# অধ্যাপক বিনয় ভূষণ চৌধুৰী
## জীৱন আৰু কৃতি

সম্পাদকমণ্ডলী

ড° উমেশ ডেকা

ড° দিলীপ বৰা

ড° মুকুল চক্ৰৱৰ্ত্তী

উত্তৰ-পূব ভাৰত ভাষা-সাহিত্য অধ্যয়ন পৰিষদ

ADHYĀPAK BINOY BHŪSAN CHAUDHURĪ : JĪVAN ĀRU KRITI,
A book on life and works of Professor Binoy Bhusan Chaudhuri,
edited by Dr. U. Deka, Dr. D. Bora & Dr. M. Chakravarty of
Uttar-Pub Bharat Bhasha-Sahitya Adhyayan Parisad and
Published by Ms. Tribeni Choudhury, Rehabari, Guwahati-on
behalf of Professor Binoy Bhusan Chaudhuri Commemoration
Committee, Year 2003, Rs. 60.00 only.

---

উপদেষ্টা মণ্ডলী ঃ

শ্ৰী নৱদ্বীপ ৰঞ্জন পাটগিৰি

শ্ৰী কনক চন্দ্ৰ ডেকা

অধ্যাপিকা চন্দ্ৰপ্ৰভা চৌধুৰী

প্ৰচ্ছদ পৰিকল্পনা ঃ সম্পাদকমণ্ডলী

অক্ষৰ বিন্যাস ঃ ষ্টেণ্ডাৰ্ড ইম্‌প্ৰেচনচ
কালিপুৰ, গুৱাহাটী-৯

ছপা ঃ বি, ডি এণ্ড কোম্পানী
ছাত্ৰীবাৰী, গুৱাহাটী-৮

মূল্য ঃ ৬০ টকা

ন জায়তে ম্রিয়তে বা কদাচিন্নায়ং
ভূত্বা ভবিতা বা ন ভূয়ঃ।
অজো নিত্যঃ শাশ্বতোহয়ং পুৰাণো
ন হন্যতে হন্যমানে শৰীৰে।।





অধ্যাপক বিনয় ভূষণ চৌধুৰী

জন্ম ঃ ৮ এপ্ৰিল, ১৯১৭ ইং চন　　　　মৃত্যু ঃ ২০ জুন, ১৯৯৮ ইং চন

# অধ্যাপক বিনয় ভূষণ চৌধুৰীৰ সংক্ষিপ্ত জীৱন-পঞ্জী

- বৰপেটাৰ কুজিদাহ নামৰ ঠাইত ১৯১৭ চনৰ ৮ এপ্ৰিলত জন্ম। পিতৃৰ নাম মহেন্দ্ৰ নাথ চৌধুৰী ঃ মাতৃৰ নাম সুৰোবালা চৌধুৰী।
- প্ৰাথমিক শিক্ষা বৰপেটাতে গ্ৰহণ কৰি ১৯৩৬ চনত বৰপেটা চৰকাৰী হাইস্কুলৰ পৰা প্ৰথম বিভাগত মেট্ৰিক পাচ।
- কটন কলেজৰ পৰা আই. এ. ; বি-এ পাচ।
- ১৯৪২ চনত কলিকতা বিশ্ববিদ্যালয়ৰ পৰা অসমীয়াত এম এ ডিগ্ৰী লাভ।
- ১৯৪৫ আৰু ১৯৪৬ চনত ক্ৰমে লক্ষ্ণৌৰ পৰা ইংৰাজীত এম. এ আৰু আইনৰ ডিগ্ৰী লাভ।
- ১৯৪৬ চনত সন্দিকৈ ছোৱালী কলেজৰ অসমীয়া বিভাগত অধ্যাপনা আৰম্ভ।
- ১৯৪৯ চনত কটন কলেজত অসমীয়া বিভাগত অধ্যাপনা আৰম্ভ।
- ১৯৬১ চনত সন্দিকৈ ছোৱালী কলেজৰ অধ্যাপিকা চন্দ্ৰপ্ৰভা চৌধুৰীৰ লগত শুভ-পৰিণয়।
- ১৯৬৪ চনত একমাত্ৰ কন্যা ত্ৰিবেণীৰ জন্ম।
- ১৯৭৫ চনত কটন কলেজৰ অসমীয়া বিভাগৰ মূৰব্বী অধ্যাপকৰ পদৰ পৰা অৱসৰ গ্ৰহণ ।
- ইং ১৯৭৯ চনৰ পৰা ১৯৮৩ চনলৈ গুৱাহাটী পৌৰ নিগমৰ মেয়ৰ ৰূপে কাৰ্যনিৰ্বাহ।
- ১৯৭৮ চনৰ পৰা দেহাৱসানৰ কাললৈ ফটাশিল-আমবাৰীৰ ৰাধাগোবিন্দ বৰুৱা মহাবিদ্যালয়ৰ পৰিচালনা সমিতিৰ প্ৰতিষ্ঠাপক সভাপতি ৰূপে কাৰ্যনিৰ্বাহ।
- মেনেজিং কমিটিৰ প্ৰেচিডেণ্ট হিচাপে কাৰ্যনিৰ্বাহ কৰা অনুষ্ঠান হ'ল City Montessory High School, Banikanta Girls' High School.
- পৰিচালনা সমিতিৰ কাৰ্যকৰী সদস্য হিচাপে কাৰ্যনিৰ্বাহ কৰা অনুষ্ঠানসমূহ হ'ল— বাণীকান্ত চৰকাৰী শিক্ষণ মহাবিদ্যালয়, আৰ্য্য বিদ্যাপীঠ কলেজ, আৰ্য্য বিদ্যাপীঠ হাইস্কুল ইত্যাদি।
- ১৯৯৮ চনৰ ২০ জুনত গুৱাহাটীত দেহাৱসান।




সাম্প্ৰতিক কালত মহান ব্যক্তিসকলৰ জীৱন আৰু কৃতিৰ এক নিৰপেক্ষ বিচাৰ বিশ্লেষণ কৰি তেওঁলোকৰ মহান আদৰ্শৰে উত্তৰ পুৰুষক উদ্বুদ্ধ কৰাৰ প্ৰয়াস চলিছে। উত্তৰ-পূব ভাৰত ভাষা-সাহিত্য অধ্যয়ন পৰিষদেও এনে প্ৰয়াসক এক গুৰুত্বপূৰ্ণ কাৰ্যসূচী হিচাপে গণ্য কৰি আহিছে। সুখৰ কথা যে পৰিষদৰ এনে দৃষ্টিভংগীৰ অভিজ্ঞান স্বৰূপে ইতিপূৰ্বে এনেধৰণৰ তিনিখন সু-বৃহৎ গ্ৰন্থ সম্পাদিত হৈ ওলাইছে। এইবেলি পৰিষদে অসমৰ এগৰাকী মহান ব্যক্তি অধ্যাপক বিনয় ভূষণ চৌধুৰীৰ জীৱনাদৰ্শৰ এটি বিশ্লেষণ উত্তৰ পুৰুষৰ আগত দাঙি ধৰাৰ পৰিকল্পনা হাতত লৈছে। প্ৰকৃততে Professor Binoy Bhusan Choudhury Commemoration Committee য়ে এই কামৰ প্ৰাৰম্ভিক পৰিকল্পনা কৰি কিছুদূৰ আগবাঢ়িছিল যদিও পৰিশেষত গ্ৰন্থখনি সম্পাদনা কৰি প্ৰকাশ কৰাৰ দায়িত্ব উত্তৰ-পূব ভাৰত ভাষা-সাহিত্য অধ্যয়ন পৰিষদৰ হাতলৈহে আহিল। অসমৰ এগৰাকী আদৰ্শ পুৰুষ অধ্যাপক বিনয় ভূষণ চৌধুৰীৰ জীৱন, আদৰ্শক প্ৰতিফলিত কৰিব পৰাকৈ এখন গ্ৰন্থ প্ৰস্তুত কৰি উলিওৱাটো পৰিষদে এক জাতীয় দায়িত্ব হিচাপে গ্ৰহণ কৰিছে। পৰিষদৰ এনে উপলব্ধিৰেই সাকাৰ ৰূপ — 'অধ্যাপক বিনয় ভূষণ চৌধুৰী ঃ জীৱন আৰু কৃতি' গ্ৰন্থখনি।

বিনয় ভূষণ চৌধুৰী (১৯১৭-১৯৯৮) আছিল এগৰাকী ধী-শক্তিসম্পন্ন স্থিতপ্ৰজ্ঞ ব্যক্তি। কটন কলেজৰ অসমীয়া বিভাগৰ মুৰব্বী অধ্যাপক হিচাপে সুখ্যাতিৰে নিজৰ কাৰ্যকাল সমাপ্ত কৰাৰ পিছত তেওঁ ৰাজহুৱা দায়িত্ব মূৰ পাতি লৈ চাৰি বছৰকাল গুৱাহাটী পৌৰনিগমৰ মেয়ৰ পদত কাৰ্যনিৰ্বাহ কৰিছিল। তাৰোপৰি চৌধুৰীদেৱে বিভিন্ন বিদ্যালয় - মহাবিদ্যালয়ৰ পৰিচালনা সমিতিৰ বিষয় ববীয়া হিচাপে সেৱা আগবঢ়াইছিল। অসমীয়া, ইংৰাজী বিষয়ত স্নাতকোত্তৰ ডিগ্ৰীধাৰী চৌধুৰীদেৱ আইনৰো স্নাতক আছিল। গভীৰ সামাজিক দায়িত্ববোধ সম্পন্ন চৌধুৰীদেৱে বিভিন্ন সময়ত বিভিন্ন ব্যক্তি সংগঠনক দিহা পৰামৰ্শ দি উপকৃত কৰাৰ লগতে অসমৰ জ্বলন্ত সমস্যাসমূহৰ নিৰসন ঘটোৱাৰ নিদানো দিবলৈ যত্ন কৰিছিল। মুখেৰে 'গৰু', 'গাধ' বুলি সততে সকলোকে সম্বোধন কৰিব পৰা চৌধুৰীদেৱৰ অন্তৰখন আছিল দেৱ শিশুৰ দৰে সহজ-সৰল নিষ্পাপ। চৌধুৰীদেৱৰ ব্যক্তিত্বৰ এনে অলেখ কথাৰ নিৰ্মোহ বিচাৰ-বিশ্লেষণেৰে গ্ৰোথিত হৈছে

এই গ্ৰন্থখনি। তিনিটা তৰংগ সম্বলিত গ্ৰন্থখনিৰ প্ৰথম তৰংগ — 'জীৱন-কৃতিৰ সজল স্মৃতি'- য'ত চৌধুৰীদেৱৰ ব্যক্তিগত আৰু সামাজিক জীৱনৰ বিভিন্ন ঘটনাৱলীৰ স্মৃতিচাৰণ কৰিছে বিভিন্নভাৱে তেখেতৰ সান্নিধ্যত থকা ব্যক্তিসকলে। সন্দেহ নাই, এই শিতানত বিশেষ ঘটনা এটি-দুটিৰ চৰ্বিত-চৰ্বন ঘটিছে। এইক্ষেত্ৰত লেখকসকলৰ স্বাধীনতাত হস্তক্ষেপ কৰা হ'ব বুলিয়েই সম্পাদনা সমিতিয়ে হাত দিয়া নাই। প্ৰসংগক্ৰমে উল্লেখনীয় যে এই তৰংগত সন্নিবিষ্ট ইংৰাজী লেখাসমূহটো হাত ফুৰোৱা নাই। অৱশ্যে সম্পাদনা সমিতিয়ে প্ৰয়োজনবোধে ব্যৱহাৰ কৰা ইংৰাজী নামটোৰ Spelling প্ৰয়াত চৌধুৰীদেৱৰ নিজৰ ছপা ৰাইটিং পেডত পোৱা ধৰণেৰে ৰাখিছে।

গ্ৰন্থখনিৰ দ্বিতীয় তৰংগ — 'চিন্তাৰ অনুৰণন', য'ত জীৱন কালত অসমৰ জাতীয় সমস্যা কিছুমান চিনাক্ত কৰি, সেইবোৰ নিৰসনৰ বাবে চৌধুৰীদেৱে কৰ্তৃপক্ষক দিয়া নানান পৰামৰ্শ আৰু উপদেশেৰে সমৃদ্ধ কেইটামান লেখা সংযোজিত কৰা হৈছে। এই লেখনিসমূহ সংখ্যাত সৰহ নহয় সঁচা। কিন্তু কোনো সন্দেহ নাই যে এই লেখনিসমূহে প্ৰয়াত চৌধুৰীদেৱক স্বদেশ আৰু স্বজাতিৰ হিতৈষীৰ ৰূপত প্ৰতিষ্ঠা লাভ কৰোৱাইছে। গ্ৰন্থখনিৰ তৃতীয় তৰংগ 'অন্যান্য' — এই শিতানত প্ৰয়াত চৌধুৰীদেৱৰ বংশলতা, তেখেতৰ হাতৰ আখৰ আদিৰ লগতে 'স্মৃতিক যি সজীৱ কৰি ৰাখিব' বুলি এটি আলোক চিত্ৰ সংকলন সন্নিবিষ্ট কৰা হৈছে।

এনে এখনি গ্ৰন্থ প্ৰকাশৰ বাবে লেখা সংগ্ৰহ কৰাটো নিতান্তই দুৰূহ কাম। বিভিন্নজনৰ ওচৰত প্ৰবন্ধ বিচাৰি চিঠি-পত্ৰ দি, ব্যক্তিগতভাৱে যোগাযোগ কৰিও আশানুৰূপ ফল পোৱা নহ'ল। শেষ মুহূৰ্ত্তলৈ বাট চাই হাতত পৰা লেখাখিনি গ্ৰন্থখনত সন্নিবিষ্ট কৰা হৈছে। যিসকল গুণী-জ্ঞানী ব্যক্তিয়ে তেখেতসকলৰ বহুমূলীয়া লেখাৰে বৌদ্ধিকভাৱে সহায় কৰিলে তেখেতসকলৰ প্ৰতি পৰিষদ চিৰকৃতজ্ঞ হৈ থাকিল। গ্ৰন্থখনি প্ৰকাশৰ নেপথ্যৰ ব্যক্তি প্ৰয়াত চৌধুৰীদেৱৰ জীয়ৰী ত্ৰিবেণী চৌধুৰীলৈ পৰিষদৰ তৰফৰ পৰা ধন্যবাদ থাকিল। উপদেষ্টামণ্ডলীৰ প্ৰতিও পৰিষদে কৃতজ্ঞতা প্ৰকাশ কৰিছে। অক্ষৰ বিন্যাসেৰে সহায় কৰা প্ৰণৱ কুমাৰ নাথ, গীতাঞ্জলী নাথলৈও আমাৰ কৃতজ্ঞতা থাকিল। গ্ৰন্থখনি ছপা-বন্ধাৰে সজাই পৰাই উলিওৱা বি, ডি, এণ্ড কোম্পানীৰ স্বত্বাধিকাৰী প্ৰমুখ্যে কৰ্মচাৰী বৃন্দলৈও পৰিষদৰ ফালৰ পৰা শলাগ যচা হ'ল।

শেষত অজানিতে হৈ যোৱা ভুল-ত্ৰুটিৰ বাবে সদাশয় পাঠকৰ ওচৰত সম্পাদকমণ্ডলী ক্ষমাপ্ৰাৰ্থী হৈ থাকিল।

— সম্পাদকমণ্ডলী

# বিষয়-সূচী

## প্ৰথম তৰঙ্গ ঃ জীৱন-কৃতিৰ সজল স্মৃতি

## দ্বিতীয় তৰঙ্গ ঃ চিন্তাৰ অনুৰণন



## তৃতীয় তৰঙ্গ ঃ অন্যান্য

# বিনয় ভূষণ চৌধুৰীদেৱৰ স্মৃতিত

**নৰকান্ত বৰুৱা**

কটন কলেজৰ কোনো কোনা উতনুৱা ল'ৰাই কয় ঃ "আমাৰ BBC চাৰৰ news টো শুনি যাওঁ ব'ল। তেওঁৰ ক্লাচত Proxy দিব নোৱাৰি।"

কটন কলেজত প্ৰফেচাৰৰ নামবোৰ আদ্যক্ষৰেৰেহে কোৱাৰ নিয়ম আছিল। কলেজৰ ৰুটিন খনতো তেনেদৰেই থাকে। TKB হ'ল আমাৰ তাৰিণি কান্ত ভট্টাচাৰ্য, RS ৰায়হান ছাহ, AS আনন্দেশৰ শৰ্মা। ইংৰাজী বিভাগলৈ অদিতি শৰ্মা আহোতে তেওঁৰ নাম হৈছিল ASH। BBC হ'ল আমাৰ সকলোৰে প্ৰীতি আৰু শ্ৰদ্ধাৰ বিনয় ভূষণ চৌধুৰী। অসমীয়া বিভাগৰ মুখ্য অধ্যাপক হৈ আছিল ভালেমান দিন। তেওঁ অৱসৰ নোলোৱালৈকে। তেওঁ প্ৰায় প্ৰত্যেকজন ছাত্ৰ আৰু প্ৰত্যেকজনী ছাত্ৰীকেই চিনি পাইছিল। সেইবাবেই Proxy দিয়াটো সম্ভৱ নাছিল বোধকৰোঁ। তেওঁ প্ৰায় সকলোকে 'তয়াহএঞা' কৰিহে মাতিছিল। কি ছাত্ৰ, কি সহকৰ্মী সকলোকে। সেই বিষয়ে বৰ মজাৰ সাধু কিছুমান আছে। মই যেতিয়া ১৯৫৪ চনত কটন কলেজত কাম কৰিবলৈ আহোঁ — Joining Report টো দি কমন ৰুমৰ ফালে গৈছোঁ। তেতিয়া আকৌ বিজ্ঞানৰ বিভাগবোৰহে সুকীয়া ঘৰ আৰু কোঠা আছিল— বাকী কলা বিভাগৰ আটাইখনৰ একেটা কমন ৰুম। দুটা কোঠা। এটাত ৰায়হান চাৰে কেৰম খেলি থাকে কোনোবা এজনৰ লগত আৰু দুখনমান চকীত কোনোবাই বহেও। আনটো কোঠা ডাঙৰ, মাজত এখন ডাঙৰ মেজ। চিনিয়ৰসকল তাতে বহি থাকে.... বেচ গল্প গুজৱ কৰে। আমি জুনিয়ৰবিলাকে কাচিৎহে বহিবলৈ ঠাই পাওঁ। মই চিনিয়ৰসকলৰ কোঠাটো পাৰ হৈ গৈছোঁ হে— তেনেতে মোৰ পিঠিত এটা প্ৰকাণ্ড ঢকা! "কি এ, তই অহাত ইমান দেৰি কৰিলি কিয়? Joining Report টো দিলি? 'Fore noon' বুলি দিছা নে নাই?" ঢকাটোৱে আচৰিত আৰু কিছু বিৰক্ত কৰিলেও বুজিলোঁ এখেত অতি মৰমীয়াল মানুহ। মোক চাকৰি জীৱনত Fore noon আৰু After noon ৰ মহিমাতো বুজাই দিলে। After noon ত Joinকৰিলে সেই দিনটো এনেয়ে যায়; দৰমহা নাপায়। তেওঁক মই তেতিয়া চিনি পোৱা নাছিলো। কিন্তু তেওঁ মোৰ কথা জানিছিল, পৰিয়ালৰ কেইবাজনকো চিনি পাইছিল। বিশেষকৈ বাণীকান্ত

কাকতিদেৱৰ প্ৰীতিভাজন দেৱকান্ত বৰুৱাক। কাৰণ কাশীত পঢ়া-শুনা কৰিলেও দেৱকান্ত বৰুৱাই বাণীকান্ত কাকতিক অত্যন্ত শ্ৰদ্ধা কৰিছিল। আনকি বাণীকান্ত কাকতিৰ ডাঙৰ ল'ৰাৰ নাম দেৱকান্ত আছিল বাবে দেৱকান্তই নিজৰ ল'ৰাৰ নাম থৈছিল বাণীকান্ত। আমাৰ শ্ৰদ্ধাৰ বিনয়ভূষণ চৌধুৰী আছিল বাণীকান্ত কাকতিদেৱৰ 'খুড়ালেক' অৰ্থাৎ কাকতীয়নী বাইদেউ তেওঁৰ বায়েক। কাকতিদেৱৰ এজন পুত্ৰৰ নাম আমাৰ দেউতাৰ নামেৰে যায় নীলকান্ত।

১৯৪১ চনত মই কটন কলেজত নাম লগাওঁতে নীলকান্ত মোৰ সহপাঠী আছিল। সেই কথা সুঁৱৰিয়েই পিছলৈ মই বিনয়ভূষণ চৌধুৰীদেৱক 'মামা' বুলি মাতিছিলো। পিছত মন কৰিলো বহুতেই তেওঁক 'বিনয় মামা' বুলি মাতিছিল। জুনিয়ৰ শিক্ষকসকলৰ প্ৰতি তেওঁৰ মৰমৰ মাত আছিল 'গৰু', 'গাধা' ইত্যাদি। পিছলৈ মোকো প্ৰায়ে নৱ গৰু, নৱ গাধা আদি সম্বোধনেৰে মাতিছিল। তেওঁৰ 'তই' সম্বন্ধটো আমাৰ বাবে আছিল প্ৰীতিৰ চানেকি। কেতিয়াবা তুমি বুলি মাতিলে আমি বুজিছিলো তেওঁ কিবা কথাত আমাক বেয়া পাইছে। তেওঁৰ এই বাৰোৱাৰী তয়াহএৱা, গাধা, গৰু সম্বোধনটো এবাৰ এজন নতুনকৈ যোগ দিয়া শিক্ষকৰ এটা সমস্যা হৈ পৰিছিল। আনক কোৱাৰ দৰেই আমাৰ বিনয় মামাই সেই নবাগত জনকো তই বোলাৰ উপৰিও গৰু নে গাধা বুলি সম্বোধন কৰিলে। ডেকা অধ্যাপক জনে আত্মসন্মান লাঘৱ হোৱা বুলি সেই সময়ৰ কটন কলেজৰ নুৰুল ইছলামৰ আগত গোচৰ দিলেগৈ। ইচলাম চাৰে তেওঁক বহা বুলি চকী এখনত বহুৱাই থৈ প্ৰিন্সিপালৰ খাচ পিয়ন 'দুখু'ক পঠিয়ালে বিনয় চৌধুৰী চাৰক মাতি আনিবলৈ। অলপ পিচতে আমাৰ BBC চাৰ আহিল। আহি দুৱাৰ মুখৰ পৰা মাত দিলে— 'কি এ নুৰুল গাধা, মোক কিয় মাত্ছিলি?' তেওঁৰ প্ৰিন্সিপালৰ লগত কথা কোৱাৰ ধৰণ দেখি সেই নতুন অধ্যাপকজন হতভম্ব হ'ল— এওঁচোন প্ৰিন্সিপালকে গৰু বোলে! এই কাণ্ড দেখি তেওঁ 'মই আহোঁ চাৰ' বুলি নতুন অধ্যাপক ওলাই গুচি গ'ল। গোচৰৰ কি নিষ্পত্তি হ'ব তালৈ আৰু অপেক্ষা নকৰিলে।

এনে ধৰণৰ সহজ-সৰল আৰু আনন্দময় আচৰণৰ বাবেই গোটেই কলেজখনে— প্ৰিন্সিপালৰ পৰা আৰম্ভ কৰি সহকৰ্ম্মী, ছাত্ৰ-ছাত্ৰী আৰু পিয়ন চকিদাৰলৈকে সকলোৰে মাজত তেওঁ আপোন আছিল। তেওঁ অসমীয়া ব্যাকৰণ বৰ ভালকৈ জানিছিল আৰু সেই বিষয়ে ছাত্ৰ-ছাত্ৰীক বৰ সুন্দৰ জ্ঞান দিছিল বুলি

জানো। আৰু এইটোও জানো তেওঁ অসমীয়া ব্যাকৰণ সম্পৰ্কে এখন কিতাপ লিখিবলৈ লৈছিল। সম্ভৱতঃ সেইখন সম্পূৰ্ণ নহ'ল।

কলেজখনৰ সামাজিক আৰু প্ৰশাসনীয় কামত তেওঁ অধ্যক্ষৰ সোঁহাত স্বৰূপ আছিল। কটন কলেজত হোৱা সকলো কলেজৰ হওক বা বিশ্ববিদ্যালয়ৰ হওক, পৰীক্ষাৰ দায়িত্ব তেওঁ অকণো আঁৰ নলগাকৈ বহন কৰিছিল। মই সেইবোৰ কামত তেনেই অপটু আছিলো বাবে মোক তেওঁ তেনে বিশেষ দায়িত্ব দিয়া নাছিল— একমাত্ৰ পৰীক্ষাৰ ইন্‌ভিজিলেটৰ হোৱাৰ বাহিৰে। কলেজৰ এই ধৰণৰ দায়িত্বশীল কামৰ উপৰিও তেওঁ অন্যান্য অনুষ্ঠানৰ লগত জড়িত হৈ আনে দায়িত্ব ল'বলৈ টান পোৱা বিভাগবোৰৰ কাম সুকলমে চলাই নিছিল। মোৰ মনত পৰে এবাৰ সৰ্বভাৰতীয় প্ৰাচ্য বিদ্যাৰ এখন ডাঙৰ সভা গুৱাহাটীত অনুষ্ঠিত হৈছিল। গোটেই ভাৰতৰ পৰাই তালৈ অধ্যাপক-পণ্ডিতসকল আহিছিল। কটন কলেজেই আছিল তাৰ কেন্দ্ৰীয় কাৰ্যালয়। সেই ডাঙৰ সভাৰ আটাইতকৈ স্পৰ্শকাতৰ বিভাগটোৰ— খাদ্য আৰু আপ্যায়নৰ দায়িত্ব বিনয় ভূষণ চৌধুৰীদেৱে বৰ কৃতিত্বৰে বহন কৰিছিল। বিভিন্ন ঠাইৰ পৰা অহা প্ৰতিনিধিৰ খাদ্য আৰু ৰুচিৰ প্ৰতি লক্ষ্য ৰাখি তেওঁ সকলো ব্যৱস্থা সুচাৰুৰূপে কৰিছিল। তাৰ বাহিৰেও কটন কলেজত হোৱা বিভিন্ন ৰাজহুৱা বা কলেজৰ অনুষ্ঠানবিলাকত তেওঁ অগ্ৰণী ভূমিকা লৈছিল। বিনয় চৌধুৰী চাৰ বৰ 'কাঢ়া' ধৰণৰ মানুহ নাছিল। কিন্তু কলেজত তেওঁৰ উপস্থিতিয়ে উতনুৱা ছাত্ৰসকলক সদায় শান্ত কৰি ৰাখিছিল।

তেওঁৰ সান্নিধ্যলৈ অহা কটন কলেজৰ প্ৰতি গৰাকী সহকৰ্মীয়ে কিবা নহয় কিবা কথাত তেওঁ স্মৰণ কৰিব লাগিব। সকলোৰে সহায় আৰু সাৰথি আছিল তেওঁ, মই এবাৰ দুৰাৰোগ্য চকুৰ ব্যাধিৰ কাৰণে দীঘলীয়া চুটি লৈ দিল্লী, কলকাতা আদিৰ হস্পিতালত চিকিৎসাধীন অৱস্থাত থাকিব লগা হৈছিল। মই হস্পিতালত থাকোতেই বিনয় মামাই জনালে 'তই আহি Join কৰাৰ লগে লগে নিউ হোষ্টেলৰ চুপাৰিটেণ্ডেণ্ট (superintendent) হ'ব লাগিব। সেই পদটো অলপতে খালি হ'ব। জ্যেষ্ঠতা অনুসৰি তইয়ে দায়িত্ব ল'ব লাগিব। ভয় বা চিন্তা নকৰিবি। নকৰো বুলি নকবি। হিচাপ-পত্ৰ কৰিবৰ বাবে মই কলেজৰে এজন কৰ্মচাৰী বন্দোবস্ত কৰি দিম। ৰ'দত ঘৰৰ পৰা কলেজলৈ অহা-যোৱা কৰাতকৈ কলেজৰ কম্পাউণ্ডতে থাকি কাম কৰিলে ভাল হ'ব।' গতিকে মই চুটীৰ শেষত আহি নিউ হোষ্টেলৰ

চুপাৰিটেণ্ডেণ্ট হ'লো। ইয়াৰ আগতে এই হোষ্টেলৰ চুপাৰিটেনণ্ডেণ্ট আছিল বিনয় ভূষণ চৌধুৰীয়েই।

সৰহভাগ চৰকাৰী চাকৰিয়ালে অৱসৰ লোৱাৰ পিছত হয় শান্তিৰে দিন কটাব খোজে বা গতানুগতিক শিক্ষকতাৰ চাকৰি বিচাৰি লয়। কিন্তু বিনয়ভূষণ চৌধুৰী তাৰ ব্যতিক্ৰম। অৱসৰ লোৱাৰ পিছত তেওঁ সামাজিক কামত সোমাই পৰে আৰু গুৱাহাটী মহানগৰীৰ নগৰ পালিকাৰ মেয়ৰ নিৰ্বাচিত হয়। মেয়ৰ হিচাপে তেওঁ কৰা কাম বিলাকৰ এটা কথাই আমাৰ সকলোৰে দৃষ্টি আকৰ্ষণ কৰিছিল। তেওঁ প্ৰদৰ্শনীমূলক তথাকথিত 'ডাঙৰ' কামতকৈ নাগৰিকসকলৰ সা-সুবিধাৰ বিষয়েহে বেছি যত্ন কৰিছিল। বহুতো লুঙ্‌লুঙীয়া গলি-বাট তেওঁৰ যত্নতেই যান-বাহন চলিব পৰা বাটলৈ ৰূপান্তৰিত হৈছিল। তেওঁ ৰাজনীতি কৰিবলৈ কৰ্পোৰেচনত সোমোৱা নাছিল। তেওঁ সাধাৰণ নাগৰিকৰ সুখ-সুবিধাৰ কাৰণে কাম কৰিছিল আৰু কৰ্পোৰেচনৰ অন্যান্য সদস্যকো উদ্বুদ্ধ কৰিছিল। তেওঁৰ স্মৃতিত আজি তেওঁৰ অলপ স্মৃতিচাৰণৰ সুবিধা পাই মই বৰ আনন্দিত। তেখেতৰ দৰে সজ্জ মানুহ এজনৰ সান্নিধ্য পোৱাটো পৰম ভাগ্যৰ কথা। ●

[প্ৰয়াত বিনয় ভূষণ চৌধুৰীৰ স্মৃতিচাৰক অধ্যাপক নৱকান্ত বৰুৱা আৰু ইহজগতত নাই। আমি প্ৰয়াত চৌধুৰীৰ লগতে স্মৃতিচাৰক অধ্যাপক বৰুৱাদেৱৰো অমৰ আত্মাৰ সদ্‌গতি কামনা কৰিলোঁ—

স. ম.]

# শিক্ষাগুৰু বিনয় ভূষণ চৌধুৰী

নিৰ্মল চৌধুৰী

অধ্যাপক বিনয় ভূষণ চৌধুৰীক মই প্ৰথমতে জনাৰ সৌভাগ্য হৈছিল কটন কলেজত মোৰ শিক্ষাগুৰু হিচাপে। ১৯৫২ চনত আই এচ্ চি প্ৰথম বাৰ্ষিক শ্ৰেণীত নামভৰ্ত্তি হোৱাৰ পাছতেই পাঠগ্ৰহণ আৰম্ভ কৰাৰ লগে লগে সেই সময়ত কটন কলেজত অধ্যাপনা কৰা কেইবাগৰাকী পণ্ডিত ব্যক্তিৰ পৰা বিভিন্ন বিষয়ত শিক্ষালাভ কৰাৰ সুযোগ লাভ কৰিছিলোঁ। আমাক অসমীয়া ভাষা-সাহিত্যৰ শিক্ষাদান কৰা পণ্ডিতসকলৰ ভিতৰত আছিল অতুল চন্দ্ৰ হাজৰিকা, উপেন্দ্ৰ চন্দ্ৰ লেখাৰু আৰু বিনয় ভূষণ চৌধুৰী। সেই সময়ত কলেজখনৰ অসমীয়া বিভাগত থকা আন শিক্ষকসকলে আমাৰ শ্ৰেণীয় শাখাটোত পঢ়োৱা মনত পৰা নাই।

অধ্যাপকত্ৰয় হাজৰিকা, লেখাৰু আৰু চৌধুৰীৰ ব্যক্তিত্ব আৰু পাঠদান প্ৰণালী পৃথক ধৰণৰ আছিল আৰু প্ৰত্যেকৰে ক্ষেত্ৰত আমি বৈশিষ্ট্য আৰু নিজস্ব প্ৰথা দেখিবলৈ পাইছিলোঁ। হাজৰিকা চাৰ আছিল গহীন, গম্ভীৰ আৰু তেওঁৰ প্ৰতি আমাৰ মনত আপোনা-আপুনি অলপ ভয় ভয় ভাব জাগিছিল। শ্ৰেণীকোঠাত পঢ়াওঁতে তেওঁ প্ৰায়েই আমাক হঁহুৱাইছিল। কিন্তু নিজে নাহাঁহিছিল, অন্ততঃ আমাক দেখুৱাই হঁহা নাছিল। লেখাৰু চাৰৰ আব-ভাব পিতৃ সুলভ আছিল কাৰণে আমি নিশ্চিত আছিলোঁ যে আমাৰ প্ৰতি তেওঁৰ এটা মৰমৰ ভাব আছিল। তলমূৰ কৰি পঢ়াই থাকোতে তেওঁ কোৱা কথাখিনি আমি পূৰাকৈ শুনা নাছিলো যদিও তেওঁক আমাৰ ভাল লাগিছিল। তেওঁৰ প্ৰতি ছাত্ৰ-ছাত্ৰীৰ সিমান ভয় নথকা বাবেই হয়তো শ্ৰেণীকোঠাত পালিবলগীয়া নীৰৱতাৰ প্ৰতি বহুতে গুৰুত্ব দিয়া নাছিল।

অধ্যাপক চৌধুৰী চাৰৰ ব্যক্তিত্ব আৰু শিক্ষাপ্ৰণালী সম্পূৰ্ণ সুকীয়া ধৰণৰ আছিল। তেওঁ সেই সময়ত অবিবাহিত আছিল, যদিও সংসাৰ আৰম্ভ কৰাৰ সচৰাচৰ বয়সতকৈ তেওঁৰ বয়স কিছু আগবঢ়া আছিল বুলিয়ে আমাৰ অনুমান হৈছিল। অবিবাহিত থকা কাৰণেই কিজানি আমাৰ লগত বয়সৰ যথেষ্ট পাৰ্থক্য থকা সত্ত্বেও তেওঁৰ প্ৰতি আমাৰ অলপ বন্ধুত্বৰ ভাব আছিল আৰু তেনে ভয়ৰ ভাব নাছিল। সেইবুলি এনে নাছিল যে তেওঁৰ প্ৰতি আমি সন্মানপূৰ্বক আচৰণ কৰা নাছিলোঁ। শ্ৰেণীকোঠাত পঢ়াই থাকোতে তেওঁৰ বচনভঙ্গী দেখি তেওঁক আমি লাজকুৰীয়া

বুলি ভাবিছিলোঁ। সেইটো যে আমাৰ ভুল ধাৰণা আছিল সেইটো পৰৱৰ্ত্তী কালত তেওঁৰ সান্নিধ্য লাভৰ সুবিধা হোৱাত বুজি পাইছিলোঁ।

অসমীয়া বিষয়ৰ আমাৰ পাঠ্যপুথি সমূহৰ ভিতৰত "পদুম কুঁৱৰী" উপন্যাসখনো আছিল আৰু সেইখনৰ পাঠদান কৰিছিল অধ্যাপক বিনয় ভূষণ চৌধুৰীয়ে। উপন্যাসখনৰ বিষয়ে বিশেষকৈ তাত থকা চৰিত্ৰবোৰৰ বিষয়ে, আমি টোকা ল'ব পৰাকৈ তেওঁ কৈ গৈছিল। তেওঁৰ বৈশিষ্ট্যপূৰ্ণ সহজ আৰু শুৱলা ভাষাত শ্ৰুতলিপি দিয়াৰ দৰে লাহে লাহে কৈ যোৱা কথাখিনি আমি অনায়াসে লিখি ল'ব পাৰিছিলোঁ। কথাবোৰ শুনিয়ে ভাল লাগিছিল আৰু আমি মনোযোগেৰে টোকাবহীত লিখি গৈছিলোঁ। তেওঁৰ ভাষাৰ ঠাচ আৰু শব্দৰ ব্যঞ্জনা আছিল মনোগ্ৰাহী আৰু বিষয় বস্তুৰ প্ৰকাশ আছিল পৰিস্কাৰ, অথচ সংক্ষিপ্ত ধৰণৰ। উপন্যাসখনৰ প্ৰধান নাৰী চৰিত্ৰটিৰ বিষয়ে চাৰে কোৱা কথাখিনিৰ টোকাটো এতিয়াও মনত পৰে। মই স্বীকাৰ কৰিবই লাগিব যে অসমীয়া ভাষাৰ ক্ষেত্ৰত স্কুলীয়া দিনতে থাকি যোৱা মোৰ দুৰ্বলতা চৌধুৰীচাৰৰপৰা লোৱা টোকাবোৰৰ সহায়ত বহুখিনি গুচাব পাৰিছিলোঁ।

চৌধুৰীচাৰে কৈ যোৱা কথাৰ টোকা শ্ৰেণীৰ সকলোৱে আগ্ৰহেৰে লিখি লৈছিল। তাৰ মাজতে কিন্তু আমনি গুচাবলৈ বা ধেমালি কৰি দুই এজনে প্ৰশ্ন সুধি চাৰক অলপ অচৰপ বিৰক্ত কৰিবলৈকো চেষ্টা কৰিছিল। সেইবোৰ ধেমালি বুলি তেওঁ নিশ্চয় গম পাইছিল; কিয়নো, তেওঁক আমি কেতিয়াও খং কৰা দেখা নাছিলোঁ। পাঠ্যপুথিত থকা তৎসম শব্দবোৰৰ অৰ্থ তেওঁ সহজ অসমীয়াত প্ৰায়েই কৈ দিছিল। এদিন 'নিতম্ব' শব্দটোৰ অৰ্থ কোৱাটো আজিও মনত আছে। মনত আছে এই কাৰণেই যে শ্ৰেণীকোঠাৰ একেবাৰে পিচৰ শাৰীত বহি থকা কেইজন মানে নুশুনা ভাও ধৰি অৰ্থটো বাৰে বাৰে সুধি তেওঁক আমনি দিছিল।

আই এচ্ চি পঢ়ি থাকোতে চৌধুৰীচাৰক অকল শ্ৰেণীকোঠাৰ ভিতৰত শিক্ষাগুৰু হিচাপেহে পাইছিলোঁ। তাৰ পিছত কিন্তু তেওঁক ঘনিষ্ঠভাবে পাইছিলোঁ মই কটন কলেজ ছাত্ৰসন্থাৰ সাধাৰণ সম্পাদক হৈ থাকোতে। ঘনিষ্ঠতা এনে পৰ্য্যায় পাইছিল যে কেতিয়াবা দোকানত চাহ খাবৰ বাবে চাৰৰ পকেটত হাত ভৰাই পইচা উলিয়াই লৈছিলোঁ। মোৰ কৰ্মজীৱনতো বিভিন্ন সামাজিক কামত চাৰৰ সান্নিধ্য লাভ কৰি ধন্য হৈছিলোঁ।

এনে বিৰল ব্যক্তিত্বৰ Guide, Philosopher and Friend জনক স্মৃতিৰ মণিকোঠাত সযতনে ৰাখি থৈছোঁ। ●

# স্মৃতিৰ পৰশ ঃ
# বিনয় চৌধুৰী চাৰৰ জীৱন দৰ্শনৰ অনুৰণন

কমলেশ্বৰ শৰ্ম্মা

বিনয়ে যাৰ ভূষণ, তেৱে বিনয় ভূষণ চৌধুৰী। "বিদ্যা দদাতি বিনয়ং"। এই আপ্ত বাক্যষাৰ তেওঁৰ জীৱনত ষোল অনাই ফলিয়াইছিল। তেওঁ বিনয়ী। বিদ্যান। তেওঁৰ বিনয় বচন সৰ্ব্বজন বিদিত। সৰ্বজন সমাদৃত। বিনয় চৌধুৰী যথাৰ্থতে এজন সাৰ্থকনামা পুৰুষ।

শিক্ষা যদি এডাল গছ হয়, নম্ৰতা, ভদ্ৰতা, শিষ্টাচাৰ ইয়াৰ ফলমূল। এই ফল-মূল সুধী সমাজৰ বৰ আদৰৰ বস্তু। প্ৰিয়তকৈও প্ৰিয়। বিনয় চৌধুৰীৰ জীৱনত এই সুশোভিত, সুৰভিত ফল-মূল পৰ্য্যাপ্ত পৰিমাণে দেখিবলৈ পোৱা গৈছিল। তেৱেঁই প্ৰকৃত শিক্ষিত মানুহ যিজনে কোনো এজনকো অসন্তোষ পাবলগীয়া কথা এষাৰ কোৱা নাই, বা বেয়া পাবলগীয়া কোনো কাম কৰা নাই। চাৰ হেনৰী নিউমেনে কৈছিল— "A gentleman is one who never inflicts pain on another." কোনো জনৰ অন্তৰত যি জনে কেতিয়াও কোনো প্ৰকাৰে আঘাত দিয়া নাই তেৱেঁই সৎ পুৰুষ। বিনয় ভূষণ চৌধুৰী আছিল অজাতশত্ৰু। ভদ্ৰলোক। সকলোৰে হিতাকাঙ্খী। পৰোপ কাৰী। কল্যাণকামী পুৰুষ। 'বহুজন হিতায় চ্, বহুজন সুখায় চ্'। নদীয়ে পানী দিয়ে। গছে ছাঁ দিয়ে। গৰুৱে গাখীৰ দিয়ে। সকলো নিজৰ অজ্ঞাতে। কেৱল নিজৰ ধৰ্ম্ম পালন কৰে। 'পৰোপকাৰায় সতাং হি জীৱনঃ।' চৌধুৰী চাৰে নিজৰ জীৱনত এই ধৰ্মকে সৰোগত কৰি ৰাখিছিল আৰু জীৱনৰ শেষ দিনটোলৈকে ইয়াকে পালন কৰি গৈছিল। "যস্ত্ত ক্ৰিয়ামান সঃ বিদ্যান।" বিদ্যাৰ পৰিচয় কথাত নহয়, কামত। কাৰ্য্যকলাপত। সেৱা শুশ্ৰূষাত। তেওঁ যি কামতে হাত দিছিল— পৰীক্ষাৰ কামতে হওক বা সৰ্বভাৰতীয় অনুষ্ঠান চলোৱাতে হওক— তেওঁ ইমান নিষ্ঠা আৰু আন্তৰিকতাৰে তাক সম্পন্ন-সুসম্পন্ন কৰিছিল যে সকলোৱে তেওঁৰ কৃতকাৰ্য্যতা দেখি তবধ মানিছিল। কি অৰিয়েণ্টেল কন্‌ফাৰেন্স, কি হিষ্টোৰিকেল কন্‌ফাৰেন্স, সকলোতে বিনয় চৌধুৰী বিদ্যমান। এই সৰ্বভাৰতীয়

সমাৰোহবোৰ আহ্বান কৰোতে তেতিয়াৰ শিক্ষামন্ত্ৰী দেৱকান্ত বৰুৱাই সদায় প্ৰথমতে বিনয় চৌধুৰীৰ লগতহে পৰামৰ্শ কৰিছিল। "আমাৰ বিনয় ক'ত ? বিনয়ক মাতি দিয়া।" শিক্ষামন্ত্ৰীৰ এই সস্নেহ উক্তি আমাৰ কাণত এতিয়াও বাজি আছে। বোধহয় দুয়োজন শিক্ষা জীৱনৰ কোনোবা স্তৰত সতীৰ্থও আছিল। বন্ধুত্বৰ সেই শীতল বান্ধোন— সেই inviolable bond সদায় অক্ষুণ্ণ আছিল।

বিনয় চৌধুৰী ডঃ বাণীকান্ত কাকতীৰ ভক্ত আছিল। সম্বন্ধত ভিনিহী-খুলশালী। সাহিত্যত জনচন-বচৰেল। বাণীবাবুৰ ৰসিকতা, ওজস্বিতা, নীৰৱ সাধনা, সাধাৰণ জীৱন ধাৰণ পদ্ধতি আৰু অসাধাৰণ পাণ্ডিত্য আৰু ব্যক্তিত্বৰ কাহিনী আমি চাৰৰ মুখত গল্প শুনাদি শুনিছিলো। ৰাতিপুৱা চাহ-জলপানৰ লগত চাৰিটা কাৱৈমাছ ভজা, দুপৰীয়া ভাতৰ লগত বিভিন্ন প্ৰকাৰৰ তৰকাৰীৰ লগত মাগুৰ মাছৰ জোল ইত্যাদি আমেজ লগা ঘৰুৱা কথাবোৰ চাৰে ৰস লগাকৈ পৰিবেশন কৰিছিল। সাহিত্য ক্ষেত্ৰত "ভবানন্দ" ছদ্মনামেৰে বাণীবাবুই "চেতনা"ত লিখা প্ৰবন্ধবোৰৰ কথা চাৰৰ পৰাই প্ৰথম জানিবলৈ পাইছিলো। তাৰোপৰি জানিব পাৰিছিলো লব্ধপ্ৰতিষ্ঠ সাহিত্যিকসকলৰ বিষয়ে তেওঁ কৰা সুচিন্তিত মন্তব্যৰ কথা। অম্বিকাগিৰি ৰায়চৌধুৰী আছিল তেওঁৰ সখি। বিপ্লৱী কবি। অগ্নি-স্ফুলিঙ্গ। তেওঁৰ কবিতাৰ ইংৰাজী তৰ্জমা Songs of the cell— বাণীবাবুই এই কাম বৰ আগ্ৰহেৰে সম্পন্ন কৰিছিল। ৰঘুনাথ চৌধাৰী আছিল তীব্ৰ অনুভূতিৰ কবি। Peasant's poet. Poet of the country side. গ্ৰাম্যজীৱনৰ সুদক্ষ ভাস্কৰ। যতীন দুৱৰা আছিল নগৰৰ কবি— an urban poet-refined, chastened and subdued. তেওঁৰ কবিতা বিশুদ্ধ ভাবৰ, কোমল নিৰ্যাস। একো একোটা নিয়ৰৰ টোপাল। ভাষা শিকিবলৈ বাণীবাবুৰ আছিল অদম্য স্পৃহা। শেষ বয়সতো তেওঁ চীনদেশৰ ভাষা শিকিবলৈ লৈছিল। সংস্কৃত আৰু ইংৰাজী দুয়োটা ভাষাকে তেওঁ দুই কান্ধত তুলিলৈ হেলাৰঙে ফুৰিব পাৰিছিল। ভাষা সম্পৰ্কে তেওঁৰ যি অগাধ জ্ঞান তাৰ পৰা পালি, প্ৰাকৃত বাদ পৰা নাছিল। অসমীয়া ভাষাৰ তেওঁ আছিল অদ্বিতীয় সম্ৰাট। তেওঁৰ গৱেষণা গ্ৰন্থ "Assamese : its formation and development" আজিও অসমীয়া ভাষাৰ কীৰ্ত্তিস্তম্ভ হৈ আছে আৰু থাকিব। কিন্তু গ্ৰন্থকাৰ আছিল এই সম্পৰ্কে তেনেই নিৰাসক্ত, উদাসীন। নিউটনৰ দৰে তেওঁ ভাবিছিল, 'সাগৰ তীৰত মই দুই এটা শিলগুটিহে বুটলিছোঁ। চাৰিওফালে অগণন শিলগুটি পৰি আছে।

পণ্ডিতসকলে বুটলি ল'ব।' ঠিক এনেধৰণৰ আছিল বাণীবাবুৰ ধাৰণা। "মইনো কি কৰিছো। মই দুটা এটা বাট দেখুৱাই দিছো। জনা মানুহে বহু আগুৱাই যাব পাৰিব।" বাণীবাবুৰ তেজস্বী আশাবাদী মন। যোগী ঋষিৰ দৰে 'নির্মম, নিৰহংকাৰ' উক্তি। বিনয় চৌধুৰীৰ পৰা আমি এনে ধৰণৰ বহুতো মূল্যবান কথাই জানিব পাৰিছিলো। আৰু জানিব পাৰিছিলো বাণীৰ বৰপুত্র বাণীকান্ত কেনে ধৰণৰ উদাৰ আৰু মহান ব্যক্তি আছিল। "ফলন্তি বৃক্ষাঃ নমন্তি অধঃ।" ফল যিমানেই বেছি হয়, গছ সিমানে তললৈ মূৰ কৰে। এয়ে নম্রতা। Humility শিক্ষাৰ সুফল। বিনয় চৌধুৰীৰ বোল মডেল।

ৰসায়ন বিভাগৰ লেবৰেটৰীত লাফিং গেচ তৈয়াৰ কৰাৰ দৰে কটন কলেজৰ শিক্ষকৰ জিৰণি কোঠাটোও আছিল হাস্য ৰস সৃষ্টিৰ লেবৰেটৰী। প্ৰাণখোলা হাঁহি আৰু অবিমিশ্ৰ আনন্দৰ জোৱাৰ উঠিছিল এই জিৰণি কোঠাটোত। এই ৰস সৃষ্টিৰ মধ্যমণি আছিল অধ্যাপক ৰজনী শৰ্মা। তেওঁ খুহুটীয়া কথাৰ ভাণ্ডাৰ। সংস্কৃত শ্লোক মুখত আঁখে ফুটাদি ফুটে। তেওঁৰ লগতে অধ্যাপক তাৰিণি ভট্টাচাৰ্য্যৰ অনৰ্গল হাঁহি আৰু অফুৰন্ত ইংৰাজী উদ্ধৃতিয়ে জিৰণি কোঠাটো মুখৰিত কৰি তুলিছিল। তাৰে মাজত অধ্যাপক ৰজনী চক্ৰৱৰ্ত্তীৰ সাময়িক ঘটনা প্ৰবাহৰ বিশ্লেষণ (current affairs) অধ্যাপক উপেন লেখাৰুৰ হাস্য-ব্যঙ্গ মিশ্ৰিত (wit and humour) কথোপকথন, অধ্যাপক কনক দাসৰ গল্প(Anecdote) আৰু ক'ত কি? চাৰিওফালে গুণমুগ্ধ সহকৰ্ম্মীসকলৰ উৎসুক্য ভৰা আকণ্ঠ সঁহাৰি। কি এক অপূৰ্ব সমাবেশ। আবেলি পৰৰ নিত্যনৈমিত্তিক এই একাঙ্কিকাত সূত্ৰধাৰীৰ ভাওত অৱতীৰ্ণ হৈছিল বিনয় ভূষণ চৌধুৰী। "তুমা আজি শুনিছোবানা, মহেন্দ্ৰ চৌধুৰী পাঞ্জাবৰ গবৰ্ণৰ হ'ল।" এয়ে এটা বিনয় চৌধুৰীৰ নান্দী শ্লোক। "হয় নেকি? ক'ত শুনিলাহে ?" আন এজনে সুধিলে। "Top secret— দুই এদিনতে শুনিবলৈ পাবা।" এই ধৰণে কথা আগবাঢ়ি গ'ল। বিভিন্ন ধৰণৰ সামাজিক, ৰাজনৈতিক বিষয়ৰ অৱতাৰণা আৰম্ভ হ'ল। বিনয় চৌধুৰীৰ সূত্ৰধাৰী কাম চলিয়ে থাকিল। কোন আহিছে, কোন আহিব ধৰিছে, তেওঁৰ সৰস ঘোষণা শুনিবলৈ পোৱা গ'ল। লগে লগে হাঁহিৰ ৰোল। কথাৰ ফুলজাৰি। বাক্ পটুতা আৰু বাক্ চাতুৰ্য্যৰ উৎকৃষ্ট নিদৰ্শন। জাউৰী জাউৰী তামোল চালি আৰু চাহ-জলপানৰ যোগান ধৰিছিল সূত্ৰধাৰী ৰূপে বিনয় চৌধুৰী চাৰে। তেওঁ নিজে একো নাখাইছিল, কিন্তু আনক খুৱাই বৰ আনন্দ পাইছিল। কোনে কি খাই ভাল পায়, তেওঁৰ নখ দৰ্পনত আছিল। চাহ, শিঙৰা, চপ, সন্দেশ,

মালায় চম্‌চম্‌ বিচাৰি কলেজৰ চকিদাৰ লক্ষী বৰ্মন আৰু বিষ্ণু চাহানীৰ তৎ নোহোৱা হৈছিল। ইতিমধ্যে আৰু এটা নতুন বিষয় উত্থাপিত হ'ল। "তুমা আহুন শুনিছোৱানা," বিনয় চৌধুৰীয়ে আৰম্ভ কৰিলে, "গৱৰ্ণৰৰ পৰা চিঠি আহিছে। আমাৰ কলেজৰ যে ছজন ল'ৰাই ষ্টেণ্ড কৰিছে তাৰ কাৰণে অধ্যক্ষক অভিনন্দন জনাইছে।" সকলোৱে দেখে যে অধ্যক্ষ নুৰুল ইছলামো তেওঁলোকৰ মাজতে ৰসৰ ভাগলৈ বহি আছে। চৌধুৰী চাৰে উলিয়াবলৈহে পালে অধ্যক্ষই কোনে কি চিঠি দিছে এফালৰ পৰা অনৰ্গলি কৈ গ'ল। লগতে শিক্ষা বিষয়ৰ এটা গধুৰ-মধুৰ আলোচনা আৰম্ভ হ'ল। কটন কলেজৰ অতীত কীৰ্তি ৰোমন্থন চলিল। চাহ-জলপানে আৰু কথোপকথনে আলোচনা ইমান সৰস কৰি তুলিছিল যে, বেলি মাৰ নোযোৱালৈকে কথাৰ জুঁাত হেৰোৱা নাছিল। যোৱাৰ সময়ত সকলোৰে মুখত বিনয় চৌধুৰীহে বিনয় চৌধুৰী। "সন্দেশটো ক'ৰ পৰা আনিছিলা হে। চেনী কম সন্দেশ খাই ভাল পালো দিয়া", এজনে ক'লে। আন এজনে ক'লে "এই চপবোৰ ক'ত পায়হে। ইমান ধুনীয়াকৈ বেক্ কৰে।" শেষত অধ্যাপক বিনন্দ বৰ্মণে ক'লে, "সেই সকলো কথা তেওঁৰ পেটৰ ভিতৰত আছে। সেই কাৰণেই তেওঁক 'ভৈষগৰত্ন' উপাধি দিয়া হৈছে। মিচিকিয়া হাঁহি এটা মাৰি চৌধুৰীয়ে শলাগিছিল "হব দিয়া। খাই লৈ বাচি থাকিব লাগে। আৰু কি?" যেন সাই লাখ চাৰ্বাকৰহে দৰ্শন। চাৰ্ব্বাকে কৈছিল, Eat, drink and be merry" চাৰে অলপ ঘূৰাই কৈছে, "নিজে নাখাইও আনক খুৱাবা। খুওৱাতহে আচল আনন্দ পোৱা যায়।" নতুন চাৰ্ব্বাকৰ নীতি। এনেকৈয়ে অতিবাহিত হৈছিল কটনৰ শিক্ষক মহলৰ অনেক আবেলি। কি উপভোগ্যই নাছিল সেই দিনবোৰ! অতি মোহনীয় চিৰ সেউজীয়া সেই স্মৃতি।

চাৰ বৰ ৰসিক আছিল। তেওঁৰ মুখত "গৰু" শব্দ নুশুনা মানুহ নাছিল। ই তেওঁৰ নিজা আবিষ্কাৰ। উপলব্ধি। যিকোনো কথাৰে বিৰূপ মন্তব্য কৰিব লাগিলে তেওঁ 'গৰু' শব্দ ব্যৱহাৰ কৰিছিল আৰু সকলোকে হুহুৱাইছিল। চাৰে কেতিয়াবা ক্লাচবোৰ ঘণ্টাধ্বনি পৰাৰ আগেয়ে এৰি দিয়ে। ল'ৰা-ছোৱালীৰ বৰ স্ফূৰ্ত্তি হয়। আৰু লগতে হুলস্থূলো হয়। নিউ আৰ্টচ বিল্ডিংৰ ক্লাচ। ওচৰৰ ক্লাচবোৰ চলাওতে শিক্ষক সকলৰ অসুবিধা হয়। এজন শিক্ষকে গৈ অধ্যক্ষৰ ওচৰত আপত্তি দৰ্শালে। অধ্যক্ষ নৰুল ইচলাম। সুদক্ষ প্ৰশাসক। Strict Disciplinarian. তেওঁ চৌধুৰীক মতাই আনিলে আৰু সুধিলে, "আপুনি নিজৰ ক্লাচটো যি কৰে কৰক। বাকী ক্লাচবোৰ

যে disturbed হ'ল।" অধ্যক্ষই কথাবাৰ উলিয়াবহে পালে চৌধুৰীয়ে ঘপহকৈ কৈ উঠিল, "ও সেই কথা। কোনোবা গৰুই তোমাক লগালে, আৰু তুমি গৰুই তাকে ধৰি ল'লা।" চাৰৰ তৎকালিক উত্তৰত আৰু নাটকীয় ঢঙত্ স্বয়ং অধ্যক্ষইও নাহাঁহি নোৱাৰিলে। চাৰে কৈ গ'ল, "নিজৰ ক্লাচ চলাব নোৱাৰে। প্ৰিন্সিপেলে ক্লাচ চলাব। বাদ দিয়া এইবোৰ কথা। একাপ চাহকে খাও দিয়া। এই দুখু, (কলেজৰ পিয়ন) যা, তৎক্ষণাৎ দুকাপ চাহ লৈ আহ। দুটা সন্দেশো আনিবি।" হাঁহি-ধেমালীৰ মাজত চাহ-মিঠাই খোৱা হ'ল। গ'ল কথা গুছিল। 'মধুৰেণ-সমাপয়েৎ'। সমস্যা সমাধানৰ অভিনৱ কৌশল। কোনো কথাতে তিক্ততা তেওঁ থাকিবলৈ নিদিছিল। এনেকুৱা সৰু বৰ ঘটনা কলেজত প্ৰায় ঘটিছিল। চাৰৰ "গৰু" সম্বোধনৰ পৰা আনকি শিক্ষামন্ত্ৰী দেৱকান্ত বৰুৱাও বাদ পৰি যোৱা নাছিল। অৰিয়েণ্টেল কনফাৰেন্সৰ সময়ৰ কথা। কানে, পোদ্দাৰ আদি ভাৰতৰ বিদগ্ধ পণ্ডিত সকলৰ সমাগম হ'ব। গতিকে মন্ত্ৰীৰ ইচ্ছা ভাল দৈ খুৱাব লাগে। খোৱা-বোৱাৰ দায়িত্ব বিনয় চৌধুৰীৰ ওপৰত। গতিকে মন্ত্ৰীয়ে ক'লে, "আমাৰ বিনয়ে বা কি কয়? বৰপেটাৰ দৈয়ে খুৱায় নে কি কৰে?" বিনয় চৌধুৰীয়ে লগে লগে উত্তৰ দিলে, "তুমি এটা গৰু মন্ত্ৰী হে! বৰপেটাত আজি সেই দৈ নাই। আজিৰ দৈ আহিব সৰভোগৰ পৰা। খাই বখানিব লাগিব।" চাৰৰ ৰসসিক্ত গৰু শব্দৰ উচ্চাৰণত সকলোৰে মাজত হাঁহিৰ ৰোল উঠিল। মন্ত্ৰীয়ে ক'লে, "তুমি যি কৰা সেয়ে হ'ব। তুমি সৰ্বেসৰ্বা। তুমিয়ে "গৰু"ৰ মালিক। পুনৰ হাঁহি। গৰু মানুহৰ হিতৰ কাৰণে। চাৰৰ "গৰু" মানুহৰ মনত আনন্দ বিতৰণৰ কাৰণে।

চাৰৰ সৌহাৰ্দ্যৰ কথা কৈ অন্ত কৰিব নোৱাৰি। কটন স্মৃতিৰ পাপৰিবোৰ সদায় মনৰ পৰ্দাত উঠা নমা কৰি থাকে। কলেজত ছাত্ৰ হিচাবে তেওঁক চাৰি বছৰ পাইছিলো। অতি মৰমিয়াল চাৰ। ছাত্ৰ-বন্ধু বুলি তেওঁৰ নাম এটা আছিল। কলেজৰ পঢ়া-শুনাৰ পৰা উপস্থিতিৰ পাৰচেণ্টজলৈকে সকলোৰে তেওঁ খবৰ ৰাখিছিল আৰু দৰকাৰ মতে সহায়ৰ হাত আগবঢ়াইছিল। কটন কলেজত শিক্ষকতা কৰাৰ যোল বছৰ কাল চাৰক পাইছিলো সহকৰ্মী আৰু উপদেষ্টা হিচাপে। ইয়াৰে শেষৰ ফালৰ দুবছৰ কাল চাৰৰ সঙ্গী হিচাবে একেলগে বাস কৰিছিলো। নতুনকৈ জাপানী ফেচনৰ (তেওঁ কোৱামতে) আটক ধুনীয়া ঘৰটো বান্ধি উলিওৱাৰ পিচত তেওঁৰ কি মন গ'ল নাজানো যে, তেওঁৰ লগত থাকিবলৈ সঙ্গী হিচাপে তেওঁ মোক হে বিচাৰি

পালে। ইয়াতে মই বৰ গৌৰৱ অনুভৱ কৰিলো আৰু বৰ আনন্দ মনেৰে চাৰৰ নতুন ঘৰত একেলগে থাকিবলৈ ললো। অধ্যাপিকা চন্দ্ৰ প্ৰভা চৌধুৰীৰ লগত চাৰৰ বিয়া নোহোৱালৈকে মই তাতেই আছিলো। চাৰৰ আপদাৰ, যা-জোগাৰ প্ৰতিটো কথাতে এটা বৈশিষ্ট্য ফুটি উঠিছিল। খোৱা-শোৱাত তেওঁ বৰ নিয়মীয়া আছিল। দহ বজাত শুব। পাঁচ বজাত উঠিব। অকণো হেৰ ফেৰ নাই। মই আছিলো ইয়াৰ সম্পূৰ্ণ ব্যতিক্ৰম। আজি জীৱনৰ সত্তৰ বছৰ বয়সলৈকে মই নিশা ১২বজাৰ আগত শুই পোৱা নাই। হেম বৰুৱাই এটা বক্তৃতাত কৈছিল, "I consider it a crime to sleep before twelve" মই মনতে ভাবি ভাল পাইছিলো যে, এইফেৰা দোষৰ পৰা মই মুক্ত। ৰাতিপুৱা ব্ৰেকফাষ্টৰ সময়ত চাৰে কয়, "মই ৰাতি উঠি দেখিলো–তুমি পঢ়ি থাকা। মই নামাতিলো। পঢ়াত ব্ৰেক কৰাটো ভাল নহ'ব। কিন্তু ইমান ৰাতিলৈ নপঢ়িবা। চকুত এফেক্ট কৰিব।" পিতৃসুলভ অনুশাসন! প্ৰসন্ন নামৰ কাম কৰা ল'ৰা এটা আছিল। এনে বিশ্বাসী ল'ৰা মই আৰু পোৱা নাই। চাৰৰ গাৰ ছাঁৰ দৰে ল'ৰাটো ঘূৰি ফুৰে। ৰন্ধা বঢ়াৰ সকলো দিহা পোহা ভালকৈ শিকি লৈছে। চাৰৰ দিহা মতে সকলো কাম নিয়াৰিকৈ কৰিব পাৰে। পঢ়া-শুনাও কৰে--ৰাতিৰ স্কুলত। শেষলৈ ল'ৰাটোৱে নৃতত্ত্ব বিভাগৰ লেবৰেটৰীত লেবৰেটৰী এচিষ্টেণ্টৰ কাম পাইছিল। এইটো চাৰৰে অৱদান। চাৰক কেতিয়াও হাতটানি খৰছ কৰা দেখা নাছিলো। কিন্তু হিচাপত দেখা যায় তেওঁ সদায় কম খৰছতে চলাই দিব পাৰে। মাহৰ শেষত তেওঁ যেতিয়া মোক কয়, "তুমি এই মাহত ৮০ টকা দিবা। ঘৰ ভাড়া ৪০ টকা আৰু খোৱা খৰছ ৪০ টকা।" হিচাবটো শুনি মই বৰ সকাহ পোৱা যেন পাওঁ। হাঁহি হাঁহি কওঁ, "বৰ কম খৰছতে চলালে, চাৰ। মই চলালে ইয়াৰ দুগুণ লাগিলহেঁতেন" "খৰচত বৰ হিচাবী হবা। তোমাৰ বহু কাম বাকী আছে।" এনে সতৰ্কবাণী চাৰৰ মুখত প্ৰায়ে শুনিছিলো। কিমান যে উপকৃত হৈছিলো! চাৰৰ লগত পৰীক্ষাৰ কাম কৰোতেও দেখিছিলো পৰীক্ষাও শেষ হয়; হিচাপ কিতাপ সকলো শেষ হয়। ৰেজিষ্ট্ৰাৰ ৰত্ন বৰুৱাৰ ওচৰত সকলো দাখিল কৰি আহি নিজেও সকাহ পায় আমাকো ৰিলাক্স কৰিবলৈ শিকায়। কটন কলেজৰ দুশজনীয়া ছাত্ৰ-ছাত্ৰীৰ সমদল এটাৰ ভাৰত-ভ্ৰমণৰ দায়িত্বত আছিল বিনয় চৌধুৰী চাৰ; আৰু তেওঁৰ সহকাৰী শিক্ষক হিচাপে আছিলো মই, অধ্যাপক কৃষ্ণ বৰা আৰু অধ্যাপক দুৰ্গেশ্বৰ দাস। ইমান সুকলমে যে, এটা সৰ্বভাৰতীয় ভ্ৰমণ সমাধা কৰিব পাৰি আমি ভাবিব পৰা নাছিলো। এয়ে চাৰৰ কৃতিত্ব। পূজা বন্ধৰ প্ৰায়

এমাহ কাল ইমান কেইজন মানুহ ক'ত কেইদিন থাকিব লাগিব, ক'ত ক'ত ফুৰিব লাগিব— আগ্ৰাৰ তাজমহলৰ পৰা দিল্লীৰ কুটুব মিনাৰলৈকে সকলো কথাৰে তেওঁ আগেয়ে সুবন্দোবস্ত কৰি থৈছিল; আমি কেৱল লগত থাকি ফুৰা-চকা আৰু চোৱা মেলা কৰিব লাগিছিল। চাৰৰ লগত কাম কৰি যে কি স্ফূৰ্ত্তি আৰু শান্তি পোৱা যায়— আমি শিক্ষক কেইজনে তাকে কোৱা মেলা কৰিছিলো। কলেজৰ কি পিক্‌নিক্, কি এক্‌স্‌কাৰচন, কি গোল্ডেন জুবিলী, কি ডায়মণ্ড জুবিলী সকলোতে চাৰৰ স্থান আচুতীয়াকৈ ৰখা হৈছিল। চাৰ এই অনুষ্ঠানবোৰৰ প্ৰাণ-স্বৰূপ আছিল। চাৰৰ লগত থাকোতে, চাৰৰ তদাৰকী গুণৰ কাৰণে, মই মোৰ "কবি চৌধাৰী আৰু চৌধাৰী দেৱৰ কবিতা" কিতাপখন লিখি উলিয়াইছিলো। মুঠতে দুটা বছৰ মই চাৰৰ আশাশুধীয়া যত্ন আৰু অকৃত্ৰিম মৰম চেনেহৰ মাজত বুৰ গৈ আছিলোঁ।

বিনয় চৌধুৰী মোৰ এজন চিৰপূজ্য চাৰ আছিল। এনে উপকাৰী, হিতাকাঙ্খী চাৰ মই দ্বিতীয় এজন পোৱা নাই। আজি তেওঁ আমাৰ মাজত নাই; কিন্তু তেওঁৰ গৰিমা আৰু মহিমাৰ স্মৃতি সদায় অম্লান হৈ আছে। চাৰৰ পবিত্ৰ স্মৃতিত হিয়াভৰা অশ্ৰুঅঞ্জলি অৰ্পণ কৰিলোঁ। ●

# মানৱ দৰদী বিনয় ভূষণ চৌধুৰীদেৱৰ সোঁৱৰণত একাষাৰ

আশ্ৰফ আলি

প্ৰসিদ্ধ কটন কলেজৰ অধ্যাপক মণ্ডলিৰ অন্যতম মোৰ সহকৰ্ম্মী (বয়সত দাদাস্বৰূপ) অধ্যাপক বিনয় ভূষণ চৌধুৰীয়ে সংসাৰ ত্যাগ কৰি অথবা সংসাৰৰ মায়া বন্ধনৰ পৰা মুক্ত হৈ স্বৰ্গবাসী হ'ল। ভালে কেইটামান বছৰ পূবের্ব সত্ৰৰ নগৰী বৰপেটাৰ কোনো এক বিখ্যাত হাটীত তেওঁ জন্ম গ্ৰহণ কৰি শিক্ষা-দীক্ষাত চহকী হৈ এসময়ত কটন কলেজৰ অসমীয়া বিভাগত নিযুক্তি লৈ, শেষত অসমীয়া বিভাগৰ মুৰব্বী অধ্যাপক হিচাপে অৱসৰ লৈ জনতাৰ সমৰ্থনত গুৱাহাটী চহৰৰ মেয়ৰ ৰূপে কাৰ্য্যনিৰ্বাহ কৰি ধনী-দুখীয়া, শ্ৰমিক, কৃষক, শিক্ষিত-অশিক্ষিত সকলো শ্ৰেণীৰ ৰাইজৰ মৰম শ্ৰদ্ধা আৰু পূৰ্ণ সহযোগ লাভ কৰিবলৈ সক্ষম হৈছিল।

যি সময়ত কটনৰ অসমীয়া বিভাগত মুৰব্বী অধ্যাপক ৰূপে ডঃ বাণীকান্ত কাকতি, ডঃ বিৰিঞ্চি কুমাৰ বৰুৱা, বিশিষ্ট গবেষক, ভাষাবিদ অধ্যাপক উপেন্দ্ৰ চন্দ্ৰ লেখাৰু, গিৰিধৰ শৰ্ম্মা, সত্যেন্দ্ৰনাথ শৰ্ম্মা আদিৰ লেখীয়া সুসাহিত্যিক গুণী জ্ঞানী লোকৰ ভিতৰতে অসমীয়া বিভাগত আমাৰ বহুতৰে সহকৰ্ম্মী আছিল স্বৰ্গীয় বিনয় ভূষণ চৌধুৰীদেৱ। সহজ, সৰল আৰু খোলা মনৰ, সকলোকে এক মুহূৰ্ত্ততে আপোন কৰি লব পৰা, ধৰ্ম্ম-ভাষা, জাতপাতৰ ভেদাভেদ নকৰা সেই সময়ত কটন কলেজত দ্বিতীয় জন অধ্যাপক কোনো নাছিল বুলি ক'লে অকণো অত্যুক্তি কৰা নহ'ব।

অধ্যাপক হৈ জ্ঞানৰ সঁফুৰাৰে পৰিপুষ্ট হৈয়ো নিজৰ জন্মস্থান বৰপেটীয়া ৰাইজে সদায় ব্যৱহাৰ কৰা থলুৱা মাত-কথা স্বৰ্গীয় বিনয় ভূষণ চৌধুৰীদেৱে অহৰহ আওৰাই বা উচ্চাৰণ কৰি আমাক অৰ্থাৎ কটন কলেজৰ ছাত্ৰ-ছাত্ৰী, অধ্যাপক-অধ্যাপিকা চমুকৈ ৰাইজৰ সকলোকে অতিকৈ হুহঁৰাইছিল। ঘাইকৈ অধ্যাপকৰ জিৰণি কোঠাত আৰু কলেজৰ বছৰেকীয়া স্পৰ্টছৰ সমাবেশ হোৱা নিউফিল্ডত। সেইবোৰ কথা আমি আজিও সোঁৱৰো। "ঐ গাধা", "তই" বা "তুহুন"

বুলি ডাঙৰ, সৰু সকলোকে সম্বোধন কৰি সম্ভাষণ জনোৱাটো চৌধুৰীদেৱৰ নিত্য নৈমিত্তিক অভ্যাসত পৰিণত হৈছিল। এবাৰ কটনৰ তৎকালীন অধ্যক্ষ নুৰুল ইছলামৰ কোঠাত বহি (য'ত মোৰ লগত স্বৰ্গীয় কনক দাস ছাৰ আৰু তিনিজনমান প্ৰবক্তা আছিল) হঠাৎ অধ্যক্ষ নুৰুল ইছলাম চাহাবক সম্বোধন কৰি কৈছিল— "ঐ গাধা নুৰুল, বেছি ছলিক বছৰীকিয়া বা বাচনি পৰীক্ষাত ফেল কৰ্‌লি তোৰ বিপদ হ'ব।" অধ্যক্ষ ইছলাম হতবাক হ'ল। বিনয় চৌধুৰীয়ে অধ্যক্ষজনক সম্বোধন কৰি বৰপেটীয়া ভাষাৰ জোঁৰাৰ দেখি। পিচত আমি নুৰুল ইছলাম দেৱক কৈছিলো— "এই সম্বোধন অধ্যাপক বিনয় চৌধুৰীৰ ক্ষেত্ৰত নতুনত্ব একো নাই" বুলি। ই কেৱল আপোনজনৰ লগত অন্তৰঙ্গ সম্বন্ধহে। ইয়ে হৈছে তেওঁৰ খোলা মন আৰু অন্তৰৰ বাস্তৱ নমুনা কৰা বা চৌধুৰীদেৱৰ মুখত পৰচৰ্চা, পৰনিন্দা চৌধুৰীদেৱে কাৰোবাক অপমান কৰা বুলি চৌধুৰীদেৱৰ সাত শতৰুৱে ক'ব নোৱাৰিব।

কলেজত ছাত্ৰ-ছাত্ৰীক নিজৰ পৰিয়ালৰ আপোনজন বুলি ভাবি মাজে সময়ে ক্লাছৰ অন্তত নিজৰ পকেটৰ ধনেৰে কলেজ— কেণ্টিনত চাহ-জলপান খুৱাই ছাত্ৰ-ছাত্ৰীক ঘৰলৈ যাব দিয়া কথাও কোনেও পাহৰিব নোৱাৰে। বৰপেটীয়া ছাত্ৰৰে ভৰপূৰ ছাত্ৰাবাসৰ অধীক্ষক ৰূপে দৈনিক দুয়োবেলা খোৱাৰ সময়ত ৰান্ধনিঘৰত আৰু খোৱা হলত উপস্থিত থাকি খাদ্য পৰিবেশনত তদাৰক কৰা কথা আন কোনো হোষ্টেলৰ অধীক্ষকৰ ক্ষেত্ৰত প্ৰযোজ্য নহয়।

সৰল, সহজ, নিৰহঙ্কাৰী, সমাজ হিতৈষী, পৰোপকাৰী, ৰাইজৰ সেৱকৰূপে দীৰ্ঘদিন ৰিহাবাৰীৰ অধিবাসী হৈ অমৰত্ব লাভ কৰা কটনৰ স্বৰ্গীয় এগৰাকী লব্ধ প্ৰতিষ্ঠ অধ্যাপকৰ স্মৃতিৰ এই শুভক্ষণ আমি শ্ৰদ্ধাৰে সোঁৱৰো। মৃতকৰ পবিত্ৰ আত্মাক ভগবান/আল্লাহে চিৰশান্তি দিয়ক। শেষত তেওঁৰ অধ্যাপিকা স্ত্ৰী চন্দ্ৰপ্ৰভা চৌধুৰী, অধ্যাপিকা কন্যা আৰু সৎ চৰিত্ৰৰ জোঁৱাইকো শান্তি দিয়ক এই কামনাৰ প্ৰাৰ্থনা জনালোঁ— মহান আল্লাহৰ দৰবাৰত।

# নমস্য ব্যক্তি বিনয় ভূষণ চৌধুৰী

**সত্যব্ৰত ভূঞা লহকৰ**

অধ্যাপক বিনয় ভূষণ চৌধুৰীয়ে এগৰাকী সাধু আৰু নিষ্ঠাবান ব্যক্তিত্বসম্পন্ন পুৰুষৰূপে খ্যাতি লাভ কৰিছিল।

সন্দিকৈ ছোৱালী কলেজত কিছুকাল অধ্যাপনা কৰাৰ পিছত কটন কলেজত ভালেমান বছৰ সুখ্যাতিৰে অধ্যাপনা কৰে অসমীয়া বিভাগত। ছাত্ৰ-ছাত্ৰীসকলৰ লগত আৰু সহকৰ্মীসকলৰ লগত তেওঁৰ নিবিড় সম্বন্ধ আছিল। ছাত্ৰ-ছাত্ৰীসকলে তেওঁক খুঁব ভাল পাইছিল। শ্ৰদ্ধা আৰু ভক্তিৰ চকুৰে সন্মান কৰিছিল। অসমীয়া বিভাগ কটন কলেজৰ পৰা মুৰব্বী অধ্যাপকৰূপে তেওঁ অবসৰ গ্ৰহণ কৰে।

কথা-বতৰাত অমায়িক আৰু মৰমিয়াল। সকলোৰে যিমানখিনি পাৰি উপকাৰ সাধিছিল। কিন্তু কেতিয়াও কাৰো অপকাৰ নকৰিছিল।

জনপ্ৰিয়তাৰ হেতু তেওঁ বহুতৰে অনুৰোধক্ৰমে পৌৰ নিগমৰ নিৰ্বাচনত প্ৰতিদ্বন্দ্বিতা কৰি জয়লাভ কৰে আৰু অতি সহজে গুৱাহাটী পৌৰ নিগমৰ মেয়ৰৰ আসন অলংকৃত কৰে। মেয়ৰ হিচাপে তেওঁ কৰদাতাসকলৰ কল্যাণাৰ্থে আঁচনি ৰূপায়িত কৰিছিল।

ৰিহাবাৰীৰ বাণীকান্ত ছোৱালী উচ্চ মাধ্যামিক বিদ্যালয়, আৰ্য্য উচ্চ মাধ্যমিক বিদ্যালয়, আৰ্য্য বিদ্যাপীঠ কলেজ, ৰাধাগোবিন্দ বৰুৱা কলেজ আৰু নানান সামাজিক আৰু সাংস্কৃতিক সন্থাৰ লগত চৌধুৰীদেব ওতঃপ্ৰোতভাৱে জড়িত আছিল।

ৰাস্তায়-ঘাটে বা কলেজৰ চৌহদত ছাত্ৰ বা বহু পুৰণি ছাত্ৰক লগ পালে মৰমেৰে হাঁহিমুখে সম্বোধন কৰিছিল ঐ গাধা !

ঐ গাধাৰ বিনয়ে চৌধুৰী ডাঙৰীয়াৰ এটা গল্প প্ৰচলিতহে আছে। সেইটো এনেকুৱাঃ

কটন কলেজৰ নতুন প্ৰবক্তা এজনে অধ্যাপক চৌধুৰীৰ কাষেৰে পাৰ হওঁতে কিবা এটা মন্তব্য দিয়াত তেওঁ অসন্তুষ্টহৈ প্ৰিন্সিপালৰ ওচৰত গোচৰ দিয়ে। প্ৰিন্সিপালে চৌধুৰীদেৱক মাতি পঠিয়াই। অধ্যাপক চৌধুৰীয়ে যথাসময়ত

প্ৰিন্সিপালৰ কাষ পাই কৈ উঠিল "কিয়ে গাধা! মোক বোলে মাতিছিলি? সেই সময়ত নিৰ্দিষ্ট প্ৰবক্তাগৰাকী তাত হাজিৰ আছিল। কথা বিষম দেখি তেওঁ তাৰ পৰা আঁতৰি গ'ল।

চৌধুৰী ডাঙৰীয়াই সমাজৰ নানান সমস্যা সম্পৰ্কে বিভিন্ন বাতৰি কাকতত লিখিছিল আৰু লগে লগে কিছুমান পৰামৰ্শও আগবঢ়াইছিল।

অসমীয়া ভাষা-সাহিত্য-সংস্কৃতি তথা সমাজৰ অৱহেলিত শ্ৰেণীৰ হকে আৰু অসমৰ কাৰণে মাত মাতি অহা অসমৰ আটাইতকৈ জীৱিতৰ ভিতৰত পুৰণি আলোচনী 'নাম নাই'ত অধ্যাপক চৌধুৰীয়ে মাজে সময়ে লিখিছিল।

নাম নাইৰ জয়ন্তী উদ্‌যাপন সমিতিৰ তেওঁ সভাপতিহে নানা পৰামৰ্শদি সেই উৎসৱটো কৃতকাৰ্য্যতাৰে সম্পন্ন কৰাইছিল।

সমাজৰ কল্যাণৰ হকে তেওঁ যি অখণ্ড প্ৰদীপ গছি জ্বলাই থৈ গ'ল সেই পোহৰ তেওঁৰ সুযোগ্যা পত্নী অধ্যাপিকা চন্দ্ৰপ্ৰভা চৌধুৰী আৰু তেওঁলোকৰ আদৰৰ বিদুষী কন্যা-ত্ৰিবেণীয়ে চৌধুৰীদেৱৰ গুণমুগ্ধ লোকসকলৰ লগতে স্তিমিত নোহোৱাকৈ অক্ষুণ্ণ ৰাখিবলৈ ভগৱানে শক্তি দিয়ক এয়ে আমাৰ কামনা।

জয়তু বিনয় ভূষণ চৌধুৰী !

# আমাৰ মৰমৰ বিনয় মামা

দেৱকান্ত কাকতি

স্বৰ্গীয় বিনয় ভূষণ চৌধুৰী সম্বন্ধত আমাৰ মামা; আমাৰ মা,* কনকবালা কাকতিৰ মোমায়েকৰ ল'ৰা।

বিনয়মামাৰ দেউতাক* মহেন্দ্ৰ নাথ চৌধুৰীৰ চাৰি জন ল'ৰা আৰু এজনী ছোৱালীৰ ভিতৰত মামাই আছিল জ্যেষ্ঠ। মামাৰ মাক তেওঁলোকৰ সৰু কালতে ঢুকায়। দেউতাক চৰকাৰী স্কুলৰ শিক্ষক হোৱা গতিকে অসমৰ বহু ঠাইলৈ বদলি হ'বলগীয়া হৈছিল। তেতিয়া মামাইঁতক আবুয়েকে চোৱা-মেলা কৰিছিল। আবুয়েক বহু বয়সলৈ জীৱিত থকা গতিকে বিনয়মামাইঁতে স্কুল, আনকি কলেজৰ শিক্ষা সাং নকৰালৈকে আবুয়েকৰ মৰম পাইছিল আৰু তেওঁৰ তত্বাৱধানত থাকিবলৈ সুবিধা পাইছিল।

আবুয়েকৰ ৰন্ধা-বঢ়াত খুব সুনাম আছিল— তাৰ সোৱাদ আমিও সৰুতে পাইছিলো— বিশেষকৈ বৰালিমাছৰ মূৰৰ আদাৰ আঞ্জাখনৰ আৰু বহাগ মাহৰ সময়ত বনোৱা "জ্বালৰ"। সেয়েহে, বিনয়মামা আৰু তেওঁৰ দুই ভায়েক— শ্ৰী বনমালী চৌধুৰী আৰু শ্ৰীনৰেন্দ্ৰ নাথ চৌধুৰী ভোজ ভাতৰ যোগাৰ আৰু পৰিচালনা কৰাত বাদেও "মেনু" (menu) আদি কৰাত পাকৈত হৈছিল। বিনয়মামাই কটন কলেজত প্ৰবক্তা হৈ থাকোঁতে আৰু অৱসৰ লোৱাৰ পাচতো গুৱাহাটীত হোৱা বহুবোৰ সন্মিলনত সভ্যসকলৰ আৰু আলহীসকলৰ খোৱা-বোৱাৰ দায়িত্ব দক্ষতাৰে পালন কৰিছিল আৰু কৰি বৰ আনন্দও পাইছিল। আমাৰ পৰিয়ালৰ বিয়া-বাৰুত এই ক্ষেত্ৰত বিনয়মামা নহ'লেই নহৈছিলেই।

বিনয়মামাই পঢ়া অৱস্থাত আৰু চাকৰি কৰা দিন ধৰি বিহাবাৰীত প্ৰথমে ভাড়া ঘৰত আৰু পাচলৈ আমাৰ ঘৰৰ নিচেই ওচৰত নিজৰ ঘৰ সাজি থাকিব লয়। সেই সময়ৰ পৰা আমাৰ সকলোৰে সম্বন্ধ আৰু ঘনীভূত হয়। তেওঁ দৈনিক ৰাতিপুৱা এবাৰ আৰু আবেলি এবাৰ আহি আমাৰ মা আৰু আমাৰ পিতাদেউ *বাণীকান্ত কাকতিৰ লগত বহি গল্প কৰিছিল। প্ৰথম অৱস্থাত তেওঁ অবিবাহিত আছিল। কিন্তু শ্ৰীমতী চন্দ্ৰ প্ৰভা চৌধুৰীৰ লগত বিয়া হোৱাৰ পিছতো সেই অভ্যাসটো ৰাখিছিল। কিন্তু তেওঁ যে কেৱল মা আৰু পিতাদেউৰেই সঙ্গ দিছিল

এনে নহয় পৰিয়ালৰ অন্য সকলোৰে লগত "আড্ডা" মাৰি ভাল পাইছিল। তেওঁ আমাৰ পৰিয়ালৰ তেনেই ওচৰৰ মানুহ আছিল। ভিনিহিয়েক, * ড° বাণীকান্ত কাকতিৰ তেওঁ ইমান প্ৰিয় ভাজন আছিল যে পিতাদেউৰ প্ৰাতঃ ভ্ৰমণৰ সময়ত বিনয়মামাই সঙ্গ নিদিলে নহৈছিল। ১৯৫২ চনৰ ১৫ নবেম্বৰত পিতাদেউৰ শেষ প্ৰাতঃ ভ্ৰমণৰ দিন আছিল। সেইদিনাও বিনয়মামাই তেওঁৰ সঙ্গী আছিল। মৃত্যুৰ ক্ষণটোতো মামা উপস্থিত আছিল। পিতাদেৱে মৃত্যুৰ আগমূহুৰ্ত্তত মূৰ ঘূৰাই পৰি যোৱাৰ সময়ত শেষ নিশ্বাস পেলোৱালৈকে পিতাদেৱে "বিনয়, বিনয়" বুলি মাত দিছিল আৰু সেয়েই পিতাদেউৰ শেষ বিদায় আছিল।

আমাৰ মা, পিতাদেউৰ মৃত্যুৰ ৬ দিন আগতে স্বৰ্গগামী হয়। হঠাতে ঢুকাইছিল— সেয়েহে বিনয়মামাৰ সঙ্গ পিতাদেউৰ বাবে অপৰিহাৰ্য্য হৈছিল। আমি চৰকাৰী কাম কৰা মানুহ হোৱা গতিকে কৰ্মস্থানলৈ যাব লগীয়া হোৱাত বিনয়মামাকে কামৰ দায়িত্বভাৰ দিছিলো, অৱশ্যে আমাৰ ককাইদেউ* গিৰিশ চন্দ্ৰ কাকতিও সেই কামৰ ভাৰ গ্ৰহণ কৰিছিল।

* পিতাদেউ আৰু বিনয়মামাৰ সম্বন্ধ আৰম্ভনিৰে পৰা বৰ সৌহাৰ্দ্দপূৰ্ণ আছিল। বয়সৰ ব্যৱধান আছিল যদিও দুয়ো দুয়োকে "তই" বুলিয়েই সম্বোধন কৰিছিল। অৱশ্যে, এইটো নামনি অসমৰ বিশেষকৈ, বৰপেটা অঞ্চলৰ পৰম্পৰাই তথাপিও গিৰিশদাইঁতে আৰু পিতাদেউৰ শালপতি * গগন চন্দ্ৰ পাটোৱাৰীইঁতে * পিতাদেউক "আপুনি" বুলিয়েই সম্বোধন কৰিছিল। বিনয় মামাই ত্ৰিশ দশকৰ শেষৰ ফালে স্নাতক পৰীক্ষা পাচ কৰি আৰু আইন পঢ়িবলৈ কলকাতালৈ যায়। সেই সময়ত গুৱাহাটী বিশ্ববিদ্যালয় হোৱা নাছিল। এই দুয়োটা পৰীক্ষাত উত্তীৰ্ণ হৈ ১৯৪২ চনত লক্ষ্ণৌ বিশ্ববিদ্যালয়ত ইংৰাজীৰ এম্ এ, ডিগ্ৰী অধ্যয়ন কৰি ১৯৪৪ চনত উত্তীৰ্ণ হৈ গুৱাহাটীলৈ ঘূৰি আহে। আৰু ১৯৪৭ চনৰ শেষৰ ফালে সন্দিকৈ ছোৱালী কলেজত অসমীয়া বিভাগত কাম কৰে। তাৰ কিছুদিনৰ পাচত, মামাই কটন কলেজত অসমীয়া বিভাগৰ অধ্যাপক হিচাপে নিযুক্তি পায় আৰু তাৰ পৰাই অৱসৰ লয়।

কলেজত দীৰ্ঘদিন ধৰি শিক্ষকতা কৰিছিল যদিও মামাই তেওঁৰ নিজৰ বিষয়— অসমীয়া ভাষা আৰু সাহিত্যৰ ওপৰত তেনেকৈ প্ৰবন্ধ পাতি লিখা নাছিল। অইনে লিখা প্ৰবন্ধ আদি পঢ়ি আৰু আলোচনা কৰি সদায়ে নিজৰ বিষয়টোৰ তৎকালীন দিশটোৰ আৰু স্থিতিৰ কথা জানিছিল। মোৰ কামৰ ক্ষেত্ৰ বেলেগ আছিল যদিও তেওঁ মোক আলোচনাৰ মাজলৈ আনি ভাল পাইছিল। তেওঁৰ মনটো সদায়ে

সজাগ হোৱা গতিকে মোৰ লগত কৰা আলোচনা অসমীয়া ভাষা আৰু সাহিত্যত সীমাবদ্ধ নাৰাখি দেশৰ, ৰাজ্যৰ আৰু পৃথিৱীৰ সমসাময়িক ৰাজনৈতিক আৰু সামাজিক ঘটনা আৰু পৰিস্থিতিৰ কথাও আলোচনা কৰিছিল আৰু তেনে কৰি বৰ আমোদ পাইছিল। তেওঁৰ আলোচনাবোৰত বাওঁপন্থী ভাব ধাৰাৰো কিছু আভাষ পোৱা গৈছিল। তাৰ কাৰণো আছিল। যোৱা শতিকাৰ চল্লিচ দশকৰ ছাত্ৰ-ছাত্ৰীয়ে বিশেষকৈ কলকাতাত অধ্যয়ন কৰা ছাত্ৰ-ছাত্ৰীয়ে বাওঁপন্থী ভাব ধাৰাৰ লগত পৰিচিত নহ'লে পিচ পৰি থকা বুলি অভিহিত হৈছিল। অৱসৰ লোৱাৰ পাচত মামাই সামাজিক আৰু ৰাজনৈতিক বিষয়ৰ ওপৰত কেবালানি তত্ত্বগধুৰ প্ৰবন্ধ লিখিছিল আৰু ইংৰাজীতে হোৱা গতিকে The Assam Tribune অতে বেচিকৈ প্ৰকাশ হৈছিল। চাকৰিৰ পৰা অৱসৰ পোৱাৰ পিচত বিনয়মামাই সক্ৰিয় ৰাজনীতিত যোগ দি-গুৱাহাটী পৌৰ নিগমৰ মেয়ৰ পদত নিৰ্বাচিত হ'ল— এবাৰ নহয় একেৰাহে তিনিবাৰ। আৰু এইটো এতিয়ালৈকে "ৰেকৰ্ড"। মেয়ৰ হৈ তেওঁ কিন্তু বৰ নিৰাশ হৈছিল। কাৰণ ভাৰতবৰ্ষৰ পৌৰ নিগমৰ আইনত "মেয়ৰ" জনক কেৱল সভা গুৱনী কৰি ৰখাৰ ব্যৱস্থাহে আছে। কৰো বুলি নিগমৰ কোনো কামেই কৰিব নোৱাৰে। সেয়েহে মামাই সৰ্বভাৰতীয় মেয়ৰ conference বোৰত ১৯৭৯ চনৰ অশোক মেহ্‌টা কমিচনে দিয়া recommendation বোৰ কামত লগাই পৌৰ নিগমৰ আইনবোৰ সংশোধন কৰাৰ বাবে বাৰে বাৰে উত্থাপন কৰিছিল। কামে কাজে এনে নোহোৱাত বৰ নিৰাশ হৈছিল আৰু বিষয়ে কেইবাটাও প্ৰবন্ধ লিখি প্ৰকাশ কৰিছিল। মৃত্যুৰ দিনলৈকে সেই নিৰাশা বৈয়েই গ'ল।

যদিও বিনয়মামাই তিনি চাৰি বছৰে সক্ৰিয় ৰাজনীতিত যোগ দি পৌৰ নিগমৰ মেয়ৰ হৈছিল— সেইটো তেওঁৰ এটা সাময়িক দূৰ্বলতা হৈছিল। তেওঁ আচলতে আজীৱন শিক্ষকহে আছিল আৰু তেওঁৰ অগণন ছাত্ৰ-ছাত্ৰী, সহকৰ্ম্মী আৰু অন্যান্য বন্ধু-বান্ধৱে তেওঁক শিক্ষক হিচাপেহে মনত ৰাখিছে আৰু শ্ৰদ্ধা জ্ঞাপন কৰি আছে। শিক্ষকতা কৰাৰ লগতে ছাত্ৰ-ছাত্ৰীসকলৰ চৰিত্ৰ গঠনতো সহায় কৰিছিল— সেয়েহে অভিভাৱকৰ দায়িত্ব লৈ সকলোকে মৰমেৰে "তই" বুলিয়েই সম্বোধন কৰিছিল। তেওঁ নিজেই নিষ্ঠাবান আৰু দক্ষ শিক্ষক হোৱা গতিকে ছাত্ৰ-ছাত্ৰী সকলক প্ৰেৰণাও দিব পাৰিছিল।

মই আমাৰ মৰমৰ বিনয় মামাক আমাৰ অফুৰন্ত মৰম আৰু শ্ৰদ্ধা জ্ঞাপন কৰি তেওঁক বাৰে বাৰে সুঁৱৰিছো। তেওঁৰ আত্মাৰ চিৰশান্তি বিচাৰিছোঁ।

ওম্ শান্তি, ওম্ শান্তি, ওম্ শান্তি।

# মানৱ-প্ৰীতিৰ উৎস বিনয় ভূষণ চৌধুৰী

বীৰেশ্বৰ বৰুৱা

[শ্ৰদ্ধেয় বৰুৱাৰ এই লেখাটো প্ৰকাশ আলোচনীৰ ১৯৯৩ চনৰ ছেপ্টেম্বৰ-অক্টোবৰ সংখ্যাত প্ৰকাশ হৈছিল। অধ্যাপক বিনয় ভূষণ চৌধুৰী জীৱিত কালতে লিখা এই লেখাটো অলপ সাল-সলনি কৰি পুনৰ এই গ্ৰন্থখনিত প্ৰকাশ কৰা হ'ল।]

(১)

শ্ৰীবিনয়ভূষণ চৌধুৰীক যেতিয়া প্ৰথম লগ পাওঁ তেতিয়া দ্বিতীয় মহাসমৰৰ শেষ হওঁ হওঁ অৱস্থা। এদিন কোনোবা এটা দুপৰীয়া বৰপেটা চৰকাৰী হাইস্কুলৰ তলৰ শ্ৰেণীত আমাৰ সন্মুখত এটি চফল ডেকা আহি উপস্থিত হ'ল। চুটি-চাপৰ, ঘৰুৱা ধৰণৰ আও-ভাও, ভদ্ৰ, নম্ৰ আৰু একেবাৰে আন্তৰিক। তেওঁ যেন সেই স্কুলৰে সেইসময়ৰ এগৰাকী বৃদ্ধ শিক্ষক মণিবাবু অৰ্থাৎ মহেন্দ্ৰ নাথ চৌধুৰীৰ নৱতম সংস্কৰণ। তেওঁৰ আও-ভাও, কথা কোৱাৰ ভংগী, ছাত্ৰক 'বাপু' বুলি সম্বোধন— এই সকলোবোৰ যেন মহেন্দ্ৰনাথ চৌধুৰীৰ আও-ভাও, ভংগী আৰু সম্বোধনৰ দ্বিতীয় প্ৰতিচ্ছবি। এজন সহপাঠীয়ে মোৰ কাণে কাণে ক'লে, "দেখিয়েই নিশ্চয় বুজিছা। এওঁ মণিবাবুৰ ল'ৰা।" পাছত আমি জানিলো যে দেউতাকৰ এমাহৰ ছুটীত তেওঁ কাম কৰিবলৈ লৈছে? তেতিয়া বোধহয় তেওঁ বি.এ. পৰীক্ষা দি ঘৰলৈ উভতি আহিছিল। তাৰ পাছত তেওঁক আৰু এবাৰ দেউতাকৰ ছুটীত তেনে এমহীয়া শিক্ষা কাৰ্যত ব্ৰতী হোৱা দেখা পাইছিলো। তেওঁ এম. এ. পঢ়ি থকা সময়ত।

ইয়াৰ পাছত কটন কলেজলৈ পঢ়িবলৈ আহি চৌধুৰীক মই আকৌ লগ পাওঁ। তেওঁ তেতিয়া অধ্যাপক। অতি ওচৰতে তেওঁক পালো। সম্পূৰ্ণ unassuming -- তেওঁৰ প্ৰথম যৌৱনত তেওঁক এসময়ত দেখাৰ দিন ধৰি

আজিলৈ তেওঁ একেই আছে। অপৰিৱৰ্তনীয় কিন্তু নিচেই আপোনজন। সকলোৰে বাবে। বোধহয় এই মহৎ গুণটো তেওঁ দেউতাকৰ পৰা পাইছে। মণিবাবু অৰ্থাৎ মহেন্দ্ৰনাথ চৌধুৰীৰ তেওঁ প্ৰথম পুত্ৰ। ৰাজকুমাৰ সুৰেশ্বৰ গোঁহায়ে মণিবাবুৰ সম্পৰ্কত এটুকুৰা অপূৰ্ব স্মৃতিচাৰণ লিখি গৈছে। সাহিত্যিক অতুল চন্দ্ৰ হাজৰিকাই তেওঁৰ 'স্মৃতিলেখা' গ্ৰন্থত শ্ৰীচৌধুৰী আৰু তেওঁৰ পিতৃৰ সম্পৰ্কত সশ্ৰদ্ধ উল্লেখ কৰিছে এনেদৰেঃ "শ্ৰীবিনয় চৌধুৰীৰ দেউতাক শ্ৰীমহেন্দ্ৰনাথ চৌধুৰী বৰপেটা হাইস্কুলত মোৰ সহকৰ্মী আছিল। কটনত পুতেকৰ লগত বহুদিন মিলিজুলি কাম কৰিছিলো। অসমীয়া সাহিত্যৰ তেওঁ এজন সূক্ষ্ম সমালোচক, ব্যাকৰণ আৰু ভাল ভাষাজ্ঞানো আছে। চৌধুৰী পিতা-পুত্ৰ একেবাৰে দিলখোলা মানুহ। মানুহক খুৱাই তৃপ্তি পায়। কলেজৰ বা গুৱাহাটীৰ আন ৰাজহুৱা অনুষ্ঠানৰ খোৱা-বোৱাৰ দায়িত্বত সদায় বিনয় চৌধুৰীক পোৱা গৈছিল। আজিও পোৱা যায়।" (পৃষ্ঠা ঃ ১৭৪)

ছাত্ৰক সহায় কৰাটো শ্ৰীচৌধুৰীৰ প্ৰিয়তম কাম আছিল। ছাত্ৰৰ ব্যক্তিত্বস্ফুৰণত সহায় কৰাটো অতি প্ৰয়োজনীয় কৰ্তব্যৰ ভিতৰত বুলি তেওঁ ধৰি লৈছিল। এই কৰ্তব্য আছিল নীতিগত আৰু প্ৰবল নিষ্ঠাৰে। ছাত্ৰৰ প্ৰতি এনে মায়া-মমতা থকা তেওঁৰ দৰে দ্বিতীয়জন অধ্যাপক ওলাব নে নাই কোৱা টান। এইখিনিতে মোৰ নিজৰ কথাও মনলৈ আহে। শিক্ষক-অধ্যাপকৰ মৰম-চেনেহৰ মাজত থাকিলেও মোৰ পঢ়া-শুনাৰ বিষয়ৰ বাছনি মই নিজমতে কৰিছিলোঁ। ইণ্টাৰমিডিয়েটত বিজ্ঞানৰ ছাত্ৰ হৈছিলো— কাৰণ মই বুজিছিলো বিজ্ঞান নপঢ়িলে আজিৰ যুগত কবিতা বুজাও টান। ড° হিৰণ্যকুমাৰ ভূঞাই এই বিষয়ত মোক উৎসাহিত কৰিছিল। বি. এ. পঢ়োঁতে অৰ্থনীতিৰ অনাৰ্ছ লৈছিলো (তেতিয়া ৰাজনীতি ইয়াৰ অন্তৰ্গত আছিল)— কাৰণ মই জানিছিলো যে অৰ্থনীতিয়ে মোক ভৱিষ্যৎ কৰ্মজীৱনত সহায় কৰিব; সাহিত্য হিচাপে ইংৰাজী মই পঢ়ি আছোঁ আৰু চিৰদিনেই পঢ়িব পাৰিম। কবি হেম বৰুৱাই মই ইংৰাজীত অনাৰ্ছ নল'লো বাবে ভুল কৰা বুলি কৈছিল। শ্ৰীবিনয় চৌধুৰীয়ে খাৰাংখাছভাৱে কৈছিল— "তই ইংৰাজীত অনাৰ্ছ নললি কিয়? বুৰ্বক আৰু কাক কয়?" কবি হেম বৰুৱা মোৰ শুভাকাংক্ষী আছিল। তেওঁ আজি আমাৰ মাজত নাই। মোৰ শুভাকাংক্ষী শ্ৰীচৌধুৰীৰ কথা মনলৈ আহিলেই গুৱাহাটীৰ ৰিহাবাৰীত তেওঁ অনেকদিন ভাৰা কৰি থকা ঘৰটোলৈকো মনত পৰে— যেন ঘৰটোৰো এটা ব্যক্তিত্ব আছে, যি ব্যক্তিত্ব তেওঁৰ

সুদীৰ্ঘ কালৰ সান্নিধ্যৰ স্মৃতিৰে উজ্জ্বল। এবাৰ প্ৰাইমেৰী স্কুলত পঢ়া অৱস্থাত গুৱাহাটীলৈ আহোতে মোৰ আত্মীয় ভিনিহিদেউ শ্ৰীদুৰ্লভ চৌধুৰীয়ে বসবাসৰ বাবে এই ঘৰটো বান্ধি থকা দেখিছিলো। তেতিয়াই চিনিছিলো যে ওচৰতে ড° বাণীকান্ত কাকতি আৰু অধ্যাপক ৰাধাকান্ত দাসৰ ঘৰ। (সম্প্ৰতি তাৰ ওচৰতে উপাচাৰ্য শ্ৰীজিতেন্দ্ৰ নাথ দাসৰোঘৰ।) প্ৰাইমেৰীৰ বৃত্তি পৰীক্ষা দি উঠি আকৌ গুৱাহাটীলৈ আহি বিহাবাৰীত দহদিনমান আছিলো। তেতিয়ামানে সেই ঘৰটো প্ৰায় সম্পূৰ্ণ হৈছে। পাছত কলেজলৈ পঢ়িবলৈ আহি দেখিলো— অধ্যাপক শ্ৰীবিনয় চৌধুৰীয়ে সেই ঘৰটো ভাৰাত লৈ ভাত আছে। অকলে নহয়— লগত আৰু দুই-তিনিগৰাকী অধ্যাপক। সেইঘৰটোত তেওঁ বহুদিন ধৰি আছিল। সেই সময়তে তেওঁৰ এগৰাকী mess-mate ৰ বিয়া হয়। তেওঁ মেছৰ সংগী অধ্যাপকৰ বিয়াৰ সকলো যা-যোগাৰ কৰিছিল। বিয়াৰ দুদিনমান আগেয়ে গৈ দেখিলোঃ শ্ৰী চৌধুৰী চাৰ কিছু বাগান্বিত। কাৰণ কি? মোক দেখিয়েই ক'লে, "দেখিলি তাৰ কাণ্ড' সি ঘৰৰ পৰা মানুহ আনিবলৈ গৈ আজিলৈকে আহি পোৱা নাই। তাৰ বিয়াৰ বাবে মই সকলো কৰিলো। কিন্তু মইতো তাৰ হকে তাৰ বিয়াৰ পীৰাত বহিব নোৱাৰো!" যেন বিয়াখন তেওঁৰহে। এনে মায়া-মমতাভৰা তেওঁৰ হৃদয়। মৰম-প্ৰীতিৰ অন্তৰখন লৈও শ্ৰীচৌধুৰী তেতিয়ালৈকে অবিবাহিত আছিল।

শ্ৰী বিনয় চৌধুৰীয়ে ছাত্ৰসকলক বন্ধু হিচাপে লৈছিল। কবি মহেন্দ্ৰ বৰা মোতকৈ বয়সত আৰু শ্ৰেণীত চিনিয়ৰ হ'লেও মোৰ সৈতে একে হোষ্টেলতে আছিল আৰু বন্ধু প্ৰতিম আছিল। শ্ৰীচৌধুৰীয়ে আমাক দুয়োকে বন্ধু হিচাপে লৈছিল। ছাত্ৰাবস্থাত তেওঁৰ পকেটৰ পৰা আমি দুয়ো চিগাৰেট খাবলৈ পাইছিলো। তেওঁ নিজে এটা চিগাৰেট জ্বলাই মোক এটা জ্বলাবলৈ চিগাৰেটৰ পেকেটটো আগবঢ়াই দিছিল। দুবছৰমান পাছত শ্ৰীমহেন্দ্ৰ বৰাৰ বিয়াৰ আগে আগে শ্ৰীচৌধুৰী আৰু মই দুয়ো গৈ গুৱাহাটী ষ্টেচনত শিৱসাগৰমুখী ৰেলত শ্ৰীবৰাক শুভেচ্ছা জনাই বিদায় দিছিলো। তেতিয়া মই বিশ্বদ্যিালয়ৰ ছাত্ৰ।

শ্ৰীচৌধুৰীয়ে মোক সাহিত্য-সৃষ্টিত উৎসাহ দিছিল। মাজে মাজে তেওঁ কৈছিল— "মই প্লট দিম। একেবাৰে ব্যক্তিগত। মোৰ মতে এখন ৰেডিঅ' নাটক লিখি দে না। নায়ক-নায়িকাময়েই ঠিক কৰিম।' অৱশ্যে তেওঁৰ পৰা তেনে কোনো প্লট লোৱা নহ'ল। সেইবাবে মোৰ আজিও আপচোচ্ আছে।

(২)

১৯৫৫ চন। মই অসম অসামৰিক সেৱাৰ (চিনিয়ৰ গ্ৰেড) পৰীক্ষা দিবলৈ মন স্থিৰ কৰিছো। কিবা প্ৰকাৰে শ্ৰীবিনয় চৌধুৰীৰ কাণত কথাটো গৈ পৰিল। তেওঁ বাটত লগ পাই মোক সুধিলেঃ "কি কি বিষয় লৈছ?" মই ক'লো, "মূল বিষয়ৰ ভিতৰত এটা অৰ্থনীতি, আনটো অসমীয়া।" তাৰ পাছত আমাৰ কথা-বাৰ্তা এনেদৰে ঢাল খালেঃ

শ্ৰীচৌধুৰী— কি? অসমীয়া? অসম্ভৱ। তাতকৈ এডুকেচন লবি। বি. এ.ৰ পাছকোৰ্ছত তোৰ এডুকেচন আছিল।

মই— মই অসমীয়া ল'বলৈ ইচ্ছা কৰিছো।

শ্ৰীচৌধুৰী— তই কবিতা লিখিছ বুলিয়েই অসমীয়া জানিবিনে?

মই— কেলেই? আপুনিয়েইতো মোক চতুৰ্থ বাৰ্ষিকৰ ছমহীয়া পৰীক্ষাত অসমীয়াত আটাইতকৈ বেছি নম্বৰ দিছিল। বি.এ. ফাইনেল পৰীক্ষাতো অসমীয়া পাছকোৰ্ছত বহুত নম্বৰ পাইছোঁ। বোধহয় সৰ্বাধিক।

শ্ৰীচৌধুৰী— সেইদৰে নহ'ব। ভাষাতত্ত্ব লাগিব। তই বাণীবাবুৰ থিচিচখন পঢ়িছ। নাই পঢ়া? পৰীক্ষাৰ চিলেবাছ কি জান? সেই থিচিচৰ পৰা কমেও পঞ্চাছ নম্বৰৰ প্ৰশ্ন আহিব।

মই— কিতাপখন অৱশ্যে দেখিছো।

শ্ৰীচৌধুৰী— দেখিলেই হ'বনে? (অলপ ভাবি তেওঁ পুনৰ ক'লে) তই পাৰিবি। অৱশ্যে মই তোক শিকাব লাগিব।

যেনে কথা তেনে কাম। তেওঁ ৰিহাবাৰীৰ পৰা মই তেতিয়া থকা কুমাৰপাৰালৈ ডেৰ মাইল খোজ কাঢ়ি আহি মোক বাণীবাবুৰ ভাষাতত্ত্বৰ থিচিচখন শিকাবলৈ ল'লে। মাজ মাজে ময়ো তেওঁৰ বাসস্থান ৰিহাবাৰীৰ মেছটোলৈ আহিব ধৰিলো। ৰিহাবাৰীৰ মেছৰ আৰু বাহিৰৰ চাহ-বিস্কুটৰ খৰচ তেওঁৰেই। মোৰ প্ৰয়োজন অনুসৰি ড° বাণীকান্ত কাকতিয়ে আপোন কন্যাক দিয়া নিজস্ব টোকাৰ পৰাও শ্ৰীচৌধুৰী চাৰৰ যোগেদি সহায় পালো। ড°কাকতি আৰু অন্যান্য লেখকৰ অনেক কিতাপো তেওঁ মোক যোগালে।

ই. এ. চি-ৰ চাকৰিত তুৰালৈ গৈ কামত ভৰ্তি হোৱাৰ আগেয়ে শ্ৰীচৌধুৰীক মাত লগাবলৈ কটন কলেজলৈ গ'লো। তেওঁ তেতিয়া পুৰণি বিল্ডিঙৰ অধ্যাপকৰ

কমন ৰুমত। মোক দেখি বাৰাণ্ডালৈ ওলাই আহিল। এগৰাকী কনিষ্ঠ অধ্যাপকক দূৰৰ পৰা চিঞৰি ক'লে— "দেখিছ, আমাৰ সকলোপিনে লাভ! ইয়াৰ তুৰাত পোষ্টিং হৈছে।তাত হিল্ এলাৱেন্স আছে।" লগৰ অধ্যাপকৰ সৈতে এইখিনি ধেমালি কৰি তেওঁ মোৰ ওচৰ চাপি লাহে লাহে ক'লে, "তই মোক মাত দিবলৈ আহিবি বুলি মই জানো। তইতো এ-জি-ৰ Pay-Slip পাওঁতে দেৰী হ'ব। সেইবাবে বেংকৰ পৰা তোৰ বাবে অলপ টকা তুলি থৈছো। ধাৰলৈ বুলি।" তেওঁৰ এনে প্ৰীতি আৰু স্নেহ-সিক্ত চিন্তা দেখি অভিভূত নোহোৱাকৈ কোনোবা থাকিব পাৰিবনে?

দিন যাবলৈ ধৰিলে। শ্ৰীচৌধুৰীয়ে বিয়া পাতিলে। তেওঁৰ পত্নী শ্ৰীযুক্তা চন্দ্ৰপ্ৰভা চৌধুৰী সন্দিকৈ ছোৱালী কলেজৰ অধ্যাপিকা। শ্ৰীচৌধুৰী শিক্ষাদানৰ গণ্ডীৰ মাজতে আবদ্ধ হৈ নাথাকিল। তেওঁ সমাজ-সেৱাৰ প্ৰেৰণাত গুৱাহাটী মিউনিচিপাল কৰপোৰেচনৰ মেয়ৰ হ'ল। মানুহৰ প্ৰতি প্ৰেম-প্ৰীতিয়েই তেওঁৰ জীৱনৰ মূল নীতি। এই প্ৰেম-প্ৰীতিয়েই তেওঁক মেয়ৰৰ পদ গ্ৰহণ কৰিবলৈ প্ৰেৰণা দিছিল; ৰাজনীতিয়ে নহয়। মই নলবাৰী জিলাৰ উপায়ুক্ত হিছাপে যোগ দিবলৈ যোৱাৰ আগেয়ে তেওঁ আশীৰ্বাদ দি উপদেশ দিলেঃ "সদায় এই কথাটো মনত ৰাখিবি যে ৰাইজতকৈ কোনো ডাঙৰ নহয়।" সুন্দৰীদিয়া আৰু বৰপেটাৰ বৈষ্ণৱ সংস্কৃতিৰ মাজত ডাঙৰ-দীঘল হৈছো বাবে এই নীতিটো মই জীৱনত আখৰে আখৰে পালন কৰিব পাৰিছো। শ্ৰীচৌধুৰীৰ উপদেশ সকলো উঠি অহা যুৱক-যুৱতীৰ বাবে সেই মহান সংস্কৃতিৰ পটভূমিৰ উজ্জ্বল মানসিকতাৰ প্ৰয়োজনীয় পাৰপত্ৰ (passport)।

## (৩)

যোৱা ২৯ মে' ১৯৯৩ তাৰিখে শ্ৰীবিনয়ভূষণ চৌধুৰীৰ ঘৰলৈ ওলালোঁ। বহুত দিন অহা-যোৱা কৰা নাছিলো বাবে তেওঁলৈ বৰকৈ মনত পৰিছিল। সময় নাই— এনে অজুহাতক নেওচা দি তেওঁৰ ঘৰ পালোগৈ। ঘৰ পায়েই চকুত পৰিল এটা কুঁৱা, এটা দমকল আৰু মিউনিচিপালিটিৰ পানীৰ পাইপৰ তলত পাতি থোৱা বাল্‌টি। এই তিনিটা ব্যৱস্থাতো তেওঁৰ ঘৰত পানীৰ অভাৱ। অথচ তেওঁ গুৱাহাটীত প্ৰতিভাশালী মেয়ৰ আছিল। নিজৰ বাবে তেওঁ কি কৰিব নোৱাৰিলেহঁতেন! তেওঁ

মোক দেখি ক'লে, "আহ, আহ। বহুত দিনৰ মূৰত মোলৈ তোৰ মনত পৰিছে। আহ।"

ভিতৰলৈ আহি বহিলো। শ্ৰীযুক্তা চন্দ্ৰপ্ৰভা চৌধুৰীয়ে চাহ-পানী যতনালে। কুশল-মংগল সমাচাৰৰ পাছত শ্ৰীচৌধুৰী আৰু মোৰ মাজত এনে ধৰণৰ কথা-বাৰ্তা হ'লঃ

মই— আপোনাৰ পিতৃ মহেন্দ্ৰনাথ চৌধুৰীও আমাৰ শিক্ষক আছিল। তেওঁ গুৰু-গম্ভীৰ আৰু ধৈৰ্যশীল আছিল। সময়ত খং কৰিছিল; কিন্তু সেই খং অলপ পাছতে পমি মাৰ গৈছিল। আচলতে তেওঁ বৰ মৰমিয়াল আছিল। তেওঁৰ বিষয়ে আৰু আপোনাৰ পূৰ্ব-পুৰুষৰ বিষয়ে জানিবলৈ মন যায়।

শ্ৰীচৌধুৰী— মোৰ ককাদেউতা মনজুৰ চৌধুৰীয়ে প্ৰথমতে দাস উপাধি লিখিছিল। তেওঁ সৰ্থেবাৰী এম. ভি. স্কুলৰ শিক্ষক আছিল। ১৮৯০ চনৰ বৰ ভুঁইকপত বৰপেটা, সুদৰীদিয়া আদি ঠাই বহুত তললৈ বহি যায়। পানীত উপচি পৰে। সৰ্থেবাৰীৰো একে অবস্থা হ'ল। মনজুৰ চৌধুৰী চেঙা এম. ভি. স্কুললৈ আৰু তাৰ পৰা চক্‌চকা এম. ভি. স্কুললৈ বদলি হ'ল। অৱসৰ লোৱাৰ পাছত তেওঁ মৌজাদাৰ হয় আৰু পূৰ্বাপৰৰ ৰীতিমতে চৌধুৰী উপাধি লিখিবলৈ লয়। আমাৰ বৰপেটা অঞ্চলৰ দাস উপাধিটো শ্ৰীশ্ৰীমাধৱ দেৱৰ দাস্যভক্তিৰ ভাৱৰ পৰা উদ্ভুত। তেওঁৰ গীতত 'কহয় মাধৱ দাস' আছে। সেই ভক্তি ভাৱত বৰপেটা অঞ্চলৰ বেছিভাগ মানুহে দাস উপাধি লিখিবলৈ লৈছিল। মোৰ পিতৃ মহেন্দ্ৰ নাথ চৌধুৰী এ মনজুৰ চৌধুৰীৰ পুত্ৰ।

মই— চাৰ, আপোনাৰ মনটো আমাৰ বাবে অনেক পৰিস্ফুট হ'লেও, আপোনাৰ আগজীৱনৰ বহুত কথাকেই আমি নাজানো। মোৰ নিচিনা আন অনেকজনে নিশ্চয় জানিবলৈ ইচ্ছা কৰিব।

শ্ৰীচৌধুৰী— মোৰ জীৱন-বৃত্তান্ত সংক্ষেপ আৰু সাধাৰণ। ১৯১৭ চনত মোৰ জন্ম হৈছিল। আমি ভাই-ককাই চাৰিজন; ভনী এজনী। মই হাইস্কুলৰ চতুৰ্থ শ্ৰেণীত থাকোতে মোৰ মাতৃবিয়োগ হয়। ময়েই জ্যেষ্ঠ সন্তান। দেউতাই আমাৰ দুৰবস্থা বুজি পুনৰ বিয়া কৰায়। দ্বিতীয় মাতৃৰ পিনৰ পৰা মোৰ এজন ভাতৃ আছে।

মই— কটন কলেজত আপোনাৰ সহপাঠী কোন কোন আছিল? অন্ততঃ কেইগৰাকীমানৰ নামকওঁক।

শ্ৰীচৌধুৰী— শ্ৰীপ্ৰফুল্লদত্ত গোস্বামী, ভবানন্দ দত্ত, মহেশ চন্দ্ৰদেৱ গোস্বামী, সাহিত্যিক-সাংবাদিক চক্ৰেশ্বৰ ভট্টাচাৰ্য আৰু লাবণ্য কুমাৰ চৌধুৰীৰ নাম পোনতে মনলৈ আহিছে। লাবণ্যৰ কথা তোৰ জনাৰ ভিতৰত। তেওঁ তোৰ গাঁৱৰেই।

মই — লাবণ্য চৌধুৰী আমাৰ আত্মীয়। এতিয়াও আমাৰ সুন্দৰীদিয়া গাঁৱতেই তেওঁৰ ঘৰ। তেওঁ এতিয়া স্বৰ্গগত। কবি দীনবন্ধু তালুকদাৰে সম্পাদনা কৰা 'অসমীয়া প্ৰেমৰ কবিতা' কাব্য-গ্ৰন্থৰ তেওঁ কটন কলেজত পঢ়া দিনতেই প্ৰকাশক আছিল। সেই গ্ৰন্থৰ তেওঁ ইংৰাজীত পাতনিও লিখিছিল।

শ্ৰীচৌধুৰী— শ্ৰীফণী তালুকদাৰ মোতকৈ এবছৰৰ জুনিয়ৰ আছিল। ফণীক কটন কলেজৰ ছাত্ৰ একতা সভাৰ সম্পাদক নিৰ্বাচিত কৰোতে অনেক খাটিব লগা হৈছিল। অৱশ্যে সম্পাদক হিচাপে ফণী নিজেও জনপ্ৰিয় আৰু কৰ্মদক্ষ আছিল।

মই— চাৰ, আপোনাৰ পৰৱৰ্ত্তী পঢ়া-শুনা ক'ত হৈছিল?

শ্ৰীচৌধুৰী— ১৯৪০ চনত মই কলিকতালৈ এম. এ. পঢ়িবলৈ যাওঁ। ১৯৪২ চনত কলিকতা বিশ্ববিদ্যালয়ৰ পৰা অসমীয়াত এম. এ. পাছ কৰোঁ। তাৰ পাছত ১৯৪৫ চনত লক্ষ্ণৌ বিশ্ববিদ্যালয়ৰ পৰা ইংৰাজীত এম. এ. পাছ কৰোঁ। সেই বিশ্ববিদ্যালয়ৰ পৰা ১৯৪৬ চনত আইনৰ পৰীক্ষাও পাছ কৰোঁ। উকীল হ'বলৈ ইচ্ছা আছিল। শিক্ষকতাইহে মোক টানিলে।

মই— আপুনি প্ৰথমে অসমীয়াত এম. এ. পাছ কৰি তাৰ পাছত ইংৰাজীত এম. এ. পাছ কৰিলে। এইক্ষেত্ৰত আপুনি বোধহয় এক ব্যতিক্ৰম। কাৰণ সেই সময়ত অন্য বিষয়ত এম. এ. ডিগ্ৰীটো লৈ 'অসমীয়া' বিষয়ৰ এম. এ. ডিগ্ৰীটো ঘৰতে বহি লোৱাটোহে বেছি প্ৰচলিত আছিল।

শ্ৰীচৌধুৰী— অসমীয়া ভাষা-সাহিত্যৰ প্ৰতি মোৰ ব্যক্তিগত অনুৰাগৰ বাবেই এনেটো সম্ভৱ হৈছিল। আজিও এই অনুৰাগ আছে।

মই— আপোনাৰ শিক্ষকতাৰ জীৱনৰ আৰম্ভণি কেতিয়াৰপৰা?

শ্ৰীচৌধুৰী— ১৯৪৬-৪৭ চনত সন্দিকৈ ছোৱালী কলেজত অধ্যাপক হিচাপে নিযুক্ত হওঁ। ১৯৪৯ চনত কটন কলেজলৈ অধ্যাপক হিচাপে নিগাজিকৈ আহোঁ।

মই— চাৰ, আপোনাৰ বিয়াত মই উপস্থিত হ'ব নোৱাৰিলো, কাৰণ তেতিয়া চাকৰি লৈ মই বহুত দূৰত আছিলো। আপোনাৰ বিয়াৰ কথা ক'বনে?

শ্ৰীচৌধুৰী— (অলপ হাঁহি) ১৯৬১ চনৰ ছেপ্টেম্বৰ মাহত চন্দ্ৰপ্ৰভাৰ সৈতে মোৰ বিয়া হয়। এওঁ তেতিয়া অসমীয়া বিষয়ৰ অধ্যাপিকা। এওঁ ড° বাণীকান্ত কাকতিৰ ছাত্ৰী আছিল।

মই— ড° কাকতিৰ স্মৃতি যেনিবা আপোনালোকৰ মৰম-প্ৰীতিৰ মাজৰ সাকোঁ। তেওঁৰ কথালৈ পাছত আহিম। এতিয়া আপোনাৰ সংসাৰৰ কথা কওঁক।

শ্ৰীচৌধুৰী— ১৯৬৪ চনত আমাৰ একমাত্ৰ কন্যা ত্ৰিবেণীৰ জন্ম হয়। ১৯৯০ চনৰ ২৯ জুন তাৰিখে বিয়া হোৱাৰ পাছত তাই এতিয়া ত্ৰিবেণী কাকতি আৰু বৰ্তমান আৰ. জি. বৰুৱা কলেজত অৰ্থনীতিৰ অধ্যাপিকা।

শ্ৰীচৌধুৰী— লাৱণ্য চৌধুৰীৰ কথা ওলোৱাত তোৰ গাঁৱৰ কথা মনলৈ আহিছেঁ। বৰপেটাত মৰানদীৰ পাৰত আমাৰ ঘৰ হোৱাৰ বাবে উত্তৰৰ ফাললৈ চাই প্ৰতিদিনে তোৰ গাওঁখন দেখিছিলো। সুন্দৰীদিয়া কীৰ্তন ঘৰ আৰু তোৰ ঘৰ দূৰৰ পৰাই অৰ্থাৎ বৰপেটাৰ পৰাই locate কৰিব পাৰিছিলো। মই শুনিবলৈ পাইছিলো যে তোৰ বংশৰে কোনোবা এজন পুৰুষ নগাওঁ জিলাৰ প্ৰথম উকীল আছিল। তই সম্ভেদ ল'ব পাৰিবি। তোৰ ককাদেউতা লক্ষ্মীকান্ত বৰুৱাই বৰপেটালৈ বিয়া কৰিবলৈ কীৰ্তন ঘৰৰ আগেৰে দোলাত উঠি যোৱাটো নিষেধ আছিল। ভুলক্ৰমে দোলাভাৰীয়ে দোলাখন বাটঘৰৰ ভিতৰৰ পিনে আগুৱাই নিয়াত দোলাখন ভাঙি পৰে।

মই— আপোনাৰ পিতৃ মণিবাবুৰ সৈতে মোৰ ককাদেউতা লক্ষ্মীকান্ত বৰুৱাৰ ঘনিষ্ঠতা আছিল। আপুনি শুনা কথা সঁচা হ'বও পাৰে। সেইবোৰ তাহানিৰ কথা। আমি বৰ্তমানৰ কথালৈ আহোঁ। চাৰ, ৰিহাবাৰীৰ দুৰ্লভ চৌধুৰী ভিনিহিদেউৰ ঘৰত মেছ সাজি আপোনালোক কোন কোন আছিল আৰু কেতিয়ালৈ আছিল?

শ্ৰীচৌধুৰী— অধ্যাপক ডম্বৰু গগৈ, অধ্যাপক শ্ৰীখৰ্গেশ্বৰ চেতীয়া, শ্ৰীহেম গগৈ, অধ্যক্ষ শ্ৰীদেবীচৰণ মহন্ত, অধ্যাপক শ্ৰীজ্যোতি ৰাজখোৱা আদি আছিল। আন কোনো দুই-এজনো আছিল। শ্ৰীহেম গগৈ পাছত মাইনৰ ইৰিগেছনৰ চীফ ইন্‌জিনিয়াৰ হয়। মই নিজৰ ঘৰলৈ ১৯৬০ চনত আহোঁ।

(ইয়াৰ পাছত আমাৰ কথা-বাৰ্তা সাহিত্যৰ পিনে আগবাঢ়িল।)

মই— আমাৰ সাহিত্যৰ খা-খবৰ ল'বলৈ বা ৰাখিবলৈ সময় পায়নে?

শ্ৰীচৌধুৰী— কিছু খবৰ ৰাখো। আগেয়ে খুবেই পঢ়িছিলো। এতিয়া বেছি পঢ়িলে ভাগৰ লাগে। দুটামান কথা ক'ব পাৰো। সাহিত্যত ভাষাৰ সুচিন্তিত প্ৰয়োগৰ

মূল্য সৰ্বাধিক। এই কথা কবিতাটো খাটে। এৰিষ্টটলে কোৱা কথা সত্যঃ গল্পৰ মাজত কাহিনী থাকিব লাগে আৰু সেইটো প্ৰথম প্ৰয়োজনীয় বস্তু। মোৰ ছাত্ৰ হোমেন বৰগোহাঞিৰ প্ৰথম বয়সৰ গল্পবোৰ ভাল পাইছিলো। তেওঁৰ সেই গল্পবোৰ অভিজ্ঞতাৰ ভিত্তিত ৰচিত বুলি বুজিব পাৰি। 'হালধীয়া চৰায়ে বাওধান খায়' উপন্যাসৰ মূলবস্তু এটা কাহিনী আৰু এইটোৱেই উপন্যাসখনক সবলতা দিছে। মোৰ আন এজন ছাত্ৰ ভবেন শইকীয়াৰ উপন্যাসৰ এটা ডাঙৰ drawback এই যে তাত কাহিনীভাগ দুৰ্বল।

(শ্ৰীবিনয় চৌধুৰী ড°বাণীকান্ত কাকতিৰ বৰ প্ৰিয়পাত্ৰ আছিল। শ্ৰীচৌধুৰীয়েও ড° কাকতিক বৰ আপোনভাৱে লৈছিল, শ্ৰদ্ধা-ভক্তি কৰিছিল। আমাৰ কথা-বাৰ্তা স্বাভাৱিকতে কাকতিৰ সম্পৰ্কলৈ ঢাল খালে।)

মই— ড° কাকতি সম্পৰ্কে আপোনাতকৈ অধিক জনা লোক নাই। তেওঁৰ সম্পৰ্কে আপুনি দু-আষাৰ কওঁক। মই সেইবোৰ কথা মানুহক ক'ব পাৰিম।

শ্ৰীচৌধুৰী— ড° কাকতি জাতীয়তাবাদী অসমীয়া আছিল। মহাত্মাগান্ধী আৰু জবহৰলাল নেহেৰুৰ তেওঁ ভক্ত আছিল। অসমীয়া কিতাপ নাই, অসমীয়া লেখক নাই— এই দুঃসহ অৱস্থাই তেওঁক দুখ দিছিল। অসমীয়া লেখকক সদায় উৎসাহ-উদ্দীপনা যোগাবলৈ তেওঁ চেষ্টা কৰিছিল। তেওঁৰ কোনো অহংকাৰ নাছিল। ড° কাকতিৰ ধাৰণা আছিল এনে— "কোনো এটা মততেই আকোঁৰগোজ হৈ থাকিব নালাগে। পৰিৱৰ্তন হ'ব পাৰে, হ'ব লাগে।"

মই— ড° কাকতিয়ে যে পৰিৱৰ্তন মানি লৈছিল, সেইটো বহুত বছৰৰ আগেয়ে মই আপোনাৰ পৰাই জানিছিলো। শেষ বিচাৰ কৰি তেওঁ সত্যৰ মুখামুখি হ'বলৈ বিচাৰিছিল।

শ্ৰীচৌধুৰী — এই বিষয়ে মই নিসন্দেহ।

(মেজৰপৰা 'প্ৰকাশ' আলোচনীৰ নবেম্বৰ, ১৯৯২ সংখ্যাটো হাতত লৈ তেওঁক দেখুৱালো।)

মই— 'প্ৰকাশ'ৰ এই সংখ্যাটোত ড° কাকতিয়ে তেওঁ আগেয়ে অতি প্ৰশংসা কৰা কিছুসংখ্যক অসমীয়া লেখকক debunking কৰাৰ বাবে তেওঁৰ ইচ্ছা তেওঁৰ কনিষ্ঠ প্ৰিয়পাত্ৰ এগৰাকীৰ আগত ব্যক্ত কৰা বুলি মই উল্লেখ কৰিছিলোঁ। (সেই অংশটো মই পঢ়ি শুনালো।) আপুনি নিশ্চয় ইতিমধ্যে পঢ়িছেই ইয়াত মই

আপোনাৰ নামোল্লেখ কৰা নাছিলো। প্রয়োজন নাছিল বাবে। কাৰণ ই বিশ্বাস-অবিশ্বাসৰ কথা নহয়; এটা সাধাৰণ সত্যহে।

শ্রীচৌধুৰী— তই ঠিকেই লিখিছিলি। কথাটো ময়েই তোক কৈছিলো। আজিও কম ড° কাকতিৰ সেই কনিষ্ঠ প্রিয়পাত্রগৰাকী ময়েই আছিলো। তই মোৰ নামোল্লেখ কৰিব পাৰিবি। বাধা নাই। ইয়াত লুকুৱাব লগা একো নাই। ড° কাকতিয়ে কোনো কথা লুকোৱা নাছিল।

(এইখিনিতে চৌধুৰীয়ে এগৰাকী অসমীয়া লেখকৰ নামোল্লেখ কৰি ক'বলৈ ধৰিলে।)

শ্রীচৌধুৰী— ড° কাকতিয়ে তেওঁৰ সম্পৰ্কত কি কৈছিল মই তোক কওঁ। তেওঁ কৈছিল— "এওঁ একো ভাল লিখা নাই। কিন্তু অসমীয়া বুলি আমি এওঁক উৎসাহ দিবই লাগিব। নহ'লে আমাৰ সাহিত্য গঢ়ি নুঠিব।" ড° কাকতিয়ে এনে কথাবোৰ লুক্-ঢাক নোহোৱাকৈ মোক কৈছিল। কেনেকৈ অসমীয়াৰ উন্নতি কৰা যায় সেই চিন্তাহে তেওঁৰ মনত আছিল।

(শ্রীচৌধুৰীয়ে উল্লেখ কৰা লেখকগৰাকী এতিয়া স্বৰ্গগত। সেইবাবে সেই লেখকগৰাকীৰ নাম ইয়াত অনুল্লিখিত ৰাখিলো।)

মই— সেই সময়ৰ অসমীয়া সমাজ আৰু সাহিত্যৰ দিশৰপৰা চাইহে আমি ড° কাকতিৰ প্রকৃত মূল্যায়ন কৰিব পাৰো। তেওঁ সময়-বহির্ভূত বা সমাজ-বহির্ভূত নাছিল।

শ্রীচৌধুৰী— সেইটোৱেই আচল কথা। সেইবাবেই যুগে যুগে নৱ মূল্যায়নৰ প্রয়োজন হৈ আহিছে। ড° কাকতিয়ে নিজেই এই নৱ মূল্যায়ন প্রক্রিয়াত বিশ্বাস কৰিছিল।

মই— ড° কাকতিক ব্যক্তিগতভাৱে মই লগ নাপালো। আপোনাৰ পৰা যিমান পাৰো শুনিবলৈ মন গৈছে।

শ্রীচৌধুৰী— ক'বলৈ বহুত কথা আছে। ড° কাকতিৰ জীৱনত বিশেষ drawback নাছিল। তেওঁ অসমীয়া ভাষাক ভাল পাইছিল; অসমীয়া লেখকক ভাল পাইছিল। তেওঁ পূজা-পাতিৰ ফলীয়া নাছিল। তেওঁ আছিল পৰম বৈষ্ণৱ। ড° কাকতিয়ে মোক কৈছিলঃ "ধনৰ অভাৱত প্রথম বয়সত বৰ কষ্ট খালো। অনেক কিতাপ কিনিব নোৱাৰিলো। ভালেমান প্রয়োজনীয় কিতাপ পঢ়াটো সম্ভৱ নহ'ল। কৃষ্ণকান্ত সন্দিকৈ সৌভাগ্যৱান। তেওঁ বিলাতৰ পৰা কিতাপ মগাই আনিছিল

অথবা তাৰ পৰা দুষ্প্ৰাপ্য কিতাপ প্ৰতিলিপি কৰি আনিছিল। আমাৰ তেনে সৌভাগ্য নহ'ল।" বাণীবাবু আছিল essentially a good personality.

মই— চাৰ, মই জনাত আপুনি ড° কাকতিৰ শেষ জীৱনৰ সংগী আছিল। সেই সময়ছোৱাত কথা অলপ কওঁক।

শ্ৰীচৌধুৰী— দুৰ্লভ চৌধুৰীৰ ভাৰা ঘৰত থকা দিনৰ পৰাই মই বাণীবাবুৰ সংগী আছিলো। তেওঁৰ শেষ বয়সত মই বিশেষ সংগী হৈ পৰিলো। প্ৰায়েই একেলগে ফুৰিছিলো। body guard-ৰ নিচিনা। তেওঁৰ মৃত্যুৰ সময়ত মই তেওঁৰ এখন হাত মোৰ হাতত লৈ আছিলো। বাণীবাবু সৰল জীৱন-যাত্ৰাৰ পক্ষপাতী আছিল। সেই সময়ৰ অতি সন্মানজনক অসম পাব্‌লিক্ চাৰ্ভিছ্ কমিছনৰ চেয়াৰমেন পদটোও তেওঁ প্ৰত্যাখ্যান কৰিছিল। তেওঁৰ সম্পৰ্কত মানুহৰ মনত তেওঁ pessimist বুলি এটা ভুল ধাৰণা আছে। তেওঁ অকণো pessimist নাছিল। আচলতে তেওঁ আছিল আশাবাদী।

মই— ড° কাকতিৰ নিচিনা ইমান বেছি পঢ়া-শুনা কৰা মানুহজনে ইমান কম লিখিলে কিয়, এই প্ৰশ্নটো মোৰ প্ৰায়েই মনলৈ আহে। এই প্ৰশ্নৰ উত্তৰ আপোনাৰ হাতত আছেনে?

শ্ৰীচৌধুৰী— লেখাৰ প্ৰতি ড° কাকতিৰ ধাউতি নাছিল। অধিক নিলিখাৰ এয়েই প্ৰধান কাৰণ। হৰেণ শৰ্মাৰ অনুৰোধতহে তেওঁ 'পখিলা'ৰ কাহিনীবোৰ লিখিছিল। আন অনেক লেখাও তেনে অনুৰোধ বা তেনে একোটা কাৰণতহে লিখিছিল। অৱশ্যে 'পুৰণি কামৰূপৰ ধৰ্ম্মৰ ধাৰা' গ্ৰন্থখন তেওঁ আপোন তাগিদাত লিখিবলৈ লৈছিল। লেখাৰ বাবে তেওঁ টকা-পইছা পোৱা নাছিল বুলিবই লাগে। হয়তো কেতিয়াবা বছৰত দহ টকা বা পোন্ধৰ টকা পাইছিল।

মই— চাৰ, আমাৰ কথাৰ মাজতে আপুনি এবাৰ কৃষ্ণকান্ত সন্দিকৈৰ নাম লৈছিল। তেওঁৰ কলেজীয়া দিনৰ সম্পৰ্কত নিশ্চয় অনেক জানিবলগীয়া কথা আছে।

শ্ৰীচৌধুৰী— সন্দিকৈৰ দিনত আৰ্টছ্ পঢ়োতে বিজ্ঞানৰ বিষয় ল'ব পাৰিছিল। অধ্যাপক ৰাধাকান্ত দাস সন্দিকৈৰ সহপাঠী আছিল। দুয়োৰো বিষয়বোৰৰ ভিতৰত কেমিষ্ট্ৰি এটা বিষয় আছিল। ৰাধাবাবুয়ে কৈছিলঃ "কেমিষ্ট্ৰি ক্লাছৰ পৰা আহি সন্দিকৈয়ে মূৰত পানী লৈছিল; কাৰণ কেমিষ্ট্ৰি বিষয়টো তেওঁ ভাল নাপাইছিল।" ড° কাকতিৰো কেমিষ্ট্ৰি বিষয়টো আছিল।

ড° কাকতিৰ সম্বন্ধে নিবিড়ভাৱে আপুনি যিমান জানে, পৃথিৱীৰ আন কোনেও সিমানখিনি নাজানে। কথাটো নিশ্চয় সঁচা।

শ্ৰীচৌধুৰী— কথাটো সঁচা। মই তেওঁৰ কথা গভীৰভাৱে জানো।

মই— তেওঁৰ সম্পৰ্কে লিখিবনে?

শ্ৰীচৌধুৰী— লিখা নহ'ব। একো কিতাপ লিখা নাই। এক্সিডেণ্ট হৈ হাত ভঙাৰ বাবে এতিয়া মই লিখিব নোৱাৰো। ভাগৰো লাগে। বয়সো হ'ল। কটন কলেজৰ চাকৰিৰ পৰা ১৯৭৪ চনৰ ছেপ্তেম্বৰ মাহতেই অৱসৰ ল'লো।

মই— ৭৬ বছৰ একো বয়স নহয়। অন্ততঃ আজিকালিৰ হিচাপত। আপুনি কৰ্ম্মী আৰু ধ্যানী লোক। এতিয়া কি কাম হাতত লৈছে?

শ্ৰীচৌধুৰী— শিক্ষা সম্পৰ্কত পঢ়া-শুনা কৰি আছো।

মই— মেয়ৰ হোৱা দিনবোৰৰ কথা আপুনি অলপ কওঁক।

শ্ৰীচৌধুৰী— ১৯৭৯ চনৰ পৰা ১৯৮৩ চনলৈ গুৱাহাটী মিউনিচিপাল কৰ্‌পোৰেছনৰ মেয়ৰ আছিলো। চাৰিটা টাৰ্ম। মোৰ আগেয়ে ৰাধা গোবিন্দ বৰুৱা আৰু শ্ৰীলক্ষ্যধৰ চৌধুৰী মেয়ৰ আছিল। এই সময়ছোৱা অৰ্থাৎ ১৯৭৯ চনৰ পৰা ১৯৮৩ চনলৈ মোৰ জীৱনৰ ক্ষতি হোৱা কাল। অসমীয়ালৈ আৰবী-পাচী শব্দবোৰ কেনেকৈ আহিল, এই বিষয়ে চৰ্চা কৰিবলৈ লৈছিলো; সেই চৰ্চাত বাধা পৰিল। অনেক চৰ্চাতেই বাধা পৰিল। ৰাইজৰ কাম কৰিছিলো; সেইবাবে ব্যক্তিগতভাৱে মোৰ ক্ষতি হ'লেও মোৰ মনত বেদনাবোধ নাই। টাৰ্কো-পাচী-আৰবী শব্দ বৰপেটা আৰু হাজো অঞ্চলত পোৱা যায়। এই সম্পৰ্কত ইচ্ছা থাকিলেও মই কিতাপ লিখা নাই। মোৰ হাত ভঙাৰ পাছত লিখাটো সম্ভৱ নহয়।

মই— চাৰ, এতিয়া জীৱনৰ দিনবোৰ কেনে লাগিছে?

শ্ৰীচৌধুৰী— শান্তিৰ জীৱন বুলিবই পাৰিবি। এতিয়া আমি স্বামী-স্ত্ৰী দুয়ো অৱসৰ-প্ৰাপ্ত। কন্যা বিবাহিতা। নাতিৰ লগত ধূলি-ধেমালি কৰি সময় কটাওঁ।

(শ্ৰীচৌধুৰীৰ পৰা বিদায় ল'লো। তেওঁ জপনালৈ আগবঢ়াই দি মৰমেৰে ক'লে— "মাজে মাজে আহিবি। খবৰ লৈ থাকিবি। ভাল লাগিব।")

(৪)

শ্ৰীবিনয়ভূষণ চৌধুৰীৰ পৰা সিদিনা বিদায় লৈ আহিলো। তাৰ পাছতো

তেওঁৰ সৈতে কথা হৈছো। তেওঁৰ সান্নিধ্যলৈ আহিলে সকলো সময়তে মোৰ মনলৈ আহে যে তেওঁ জীৱনত কোনোদিনেই নাম-যশ বিচৰা নাই, আপাত-দৃষ্টিৰে কোনো স্মৰণীয় কাম কৰি চিৰস্মৰণীয় হ'ব খোজা নাই, নিজৰ স্বাৰ্থৰ পক্ষীয় কোনো কামতে হাত দিয়া নাই। তেওঁ মেল-মিটিংলৈ নাযায়। কিন্তু যিসকল মানুহ তেওঁৰ শ্ৰদ্ধা আৰু স্নেহৰ, সেইসকলৰ ঘৰলৈ অহা-যোৱা কৰে। স্বৰূপাৰ্থত তেওঁ মানৱ-প্ৰীতিৰ মাজত বাস কৰে। তেওঁ মানুহক গভীৰভাৱে ভাল পায়, সেই ভালপোৱাই তেওঁক কৰ্তব্যৰ পথত আগুৱাই নিছে— সেই পথ আনন্দৰ, ত্যাগৰ আৰু সম্প্ৰীতিৰ। প্ৰকৃততে তেওঁ মানৱ-প্ৰীতিৰ এক পৰিপূৰ্ণ উৎস— প্ৰাণৱন্ত, উজ্জ্বল আৰু নিৰ্মল। তেওঁক গভীৰভাৱে ভালপোৱা আৰু স্নেহ কৰা মানুহ অলেখ। সেইসকলৰ ভিতৰত জনদিয়েক গুণী মানুহৰ কথা মনলৈ আহিছে— তেওঁলোক ড° বাণীকান্ত কাকতি, অধ্যাপক ৰাধাকান্ত দাস, শ্ৰীচিদানন্দ দাস (গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰাক্তন ৰেজিষ্ট্ৰাৰ), প্ৰাক্তন উপাচাৰ্য শ্ৰীজিতেন্দ্ৰনাথ দাস, প্ৰাক্তন অধ্যক্ষ হৰিশ গোস্বামী ইত্যাদি। তেওঁৰ সান্নিধ্যলৈ অহা সকলো মানুহৰ মনত তেওঁ মৰম-শ্ৰদ্ধাৰে স্মৰণীয় হৈ আছে আৰু থাকিব। আমাৰ নশ্বৰ এই জীৱনত ইয়াতকৈ অধিক উজ্জ্বল সাৰ্থকতা আৰু নো কি থাকিব পাৰে? তেওঁৰ জীৱনটো সাৰ্থক। ●

# বিনয় ভূষণ চৌধুৰী চাৰ

সুশীল শৰ্মা

বিনয় ভূষণ চৌধুৰী বা চমুকৈ বিনয় চৌধুৰী চাৰ অসমৰ শিক্ষা জগতৰ পাৰ হৈ যোৱা শতিকাটোৰ পিছৰ পঞ্চাশ বছৰৰ এটা উল্লেখযোগ্য ব্যক্তিত্ব আছিল। অসমৰ শিক্ষা জগত বুলিলে স্বাধীনতাৰ আগৰ পঞ্চাশ বছৰৰ পৰা পাছৰো প্ৰায় ৫০/৬০ ৰ দশক কেইটালৈ শিক্ষাৰ জগত দৰাচলতে গুৱাহাটীয়েই আছিল; আৰু সিও প্ৰায় কটন কলেজ কেন্দ্ৰিকেই আছিল। ৬০ ৰ দশক মানৰ পৰাহে অসমৰ অ'ত ত'ত নানা ধৰণৰ কলেজ আদিৰ সম্প্ৰসাৰণ হ'বলৈ ধৰাত ৰাজ্যৰ শিক্ষা জগতখনৰ ছবিটো কিছু বিকেন্দ্ৰীভূত হয়; আৰু পিছলৈ সৰু সৰু নগৰ-চহৰবোৰতো স্কুল-কলেজৰ দ্ৰুত সম্প্ৰসাৰণ হোৱাত আগৰ গুৱাহাটী কেন্দ্ৰিক শিক্ষা বা শৈক্ষিক ক্ষেত্ৰখন এক প্ৰকাৰ বিক্ষিপ্ত হৈ পৰে; ফলত তাৰ মাহত্ম্য বা মোহনীয়তাও কিছু পৰিমাণে লোপ পায়। বিনয় চৌধুৰী চাৰ আছিল এই গুৱাহাটী বা কটন কেন্দ্ৰিক শিক্ষা ব্যৱস্থা বা শৈক্ষিক ক্ষেত্ৰখনৰ এটি মোহনীয় চৰিত্ৰ বা মোহনীয় নাম।

আমি কলেজলৈ অহা সময়খিনি আছিল পঞ্চাশৰ দশকটোৰ আদি ভাগ ১৯৫৩/৫৪ চন। দেশে তেতিয়া স্বাধীনতা নামৰ নতুন বস্তু এটাৰ লগত পৰিচিত হ'বলৈ ওলাইছেহে মাত্ৰ। ইয়াৰ তিতা-কেঁহা দিশবোৰ তেতিয়াও ৰাইজৰ চকুত ধৰা দিবলৈ আৰম্ভ কৰা নাই; চৌদিশে যেন মিঠা-মিঠা; এনেহে এটা অনুভৱ মানুহৰ। স্কুল-কলেজবোৰে ভুমুকি মাৰিবলৈ আৰম্ভ কৰিছে। গুৱাহাটীৰ জালুকবাৰীত ইতিমধ্যে বিশ্ববিদ্যালয়ৰ ঘৰ-দুৱাৰ, ডিপাৰ্টমেণ্টবোৰে মূৰ দাঙি উঠিছে। তাৰে দুই এটাই কটন কলেজৰ চৌহদতো বিশ্ববিদ্যালয়ৰ ধ্বজা উৰুৱাই আছে। কটন কলেজলৈও স্বাধীনতা আহিছে; ছাত্ৰ সংগঠনবোৰ গজি উঠিছে; তেওঁলোকৰ মাজত নিৰ্বাচন হৈছে; ছাত্ৰ ইউনিয়ন হৈছে। কলেজৰ কমনৰুমৰপৰা, চৌহদৰ পৰা ইতিমধ্যে বগা চাহাববোৰ আটায়েই আঁতৰি গৈছে; আৰু তাৰ ঠাই অধ্যক্ষৰ পৰা অধ্যাপকলৈ কেবল ভাৰতীয় সকলেই অধিকাৰ কৰি লৈছে; আৰু তাৰেও সৰহভাগ বিভাগেই অসমৰ অসমীয়া থলুৱা লোকেই দখল কৰি লৈছে। কলেজত ভাল বন্দবস্তৰ কেণ্টিনৰ ব্যৱস্থা হৈছে; সুবিন্যস্ত পুথিভঁড়াল আৰু তাৰ ঘৰ-দুৱাৰ

ইতিমধ্যে গঢ় লৈ উঠিছে। গুৱাহাটীতে ইতিমধ্যে ছোৱালীৰ বাবে প্ৰয়াত ৰাজবালা দাস বাইদেউৰ নেতৃত্বত আৰু যোৰহাটৰ প্ৰখ্যাত সন্দিকৈ পৰিয়ালৰ পৃষ্ঠপোষকতাত সন্দিকৈ কলেজে মূৰ দাঙি উঠিছে; আৰু সদ্যজাত স্বাধীনতাই আনি দিয়া ৰেল, পোষ্ট অফিচ আদিৰ সুবিধা লৈ চাকৰি বাকৰিত নিয়োজিত হ'ব পৰা এচামৰ বাবে প্ৰয়াত হেম বৰুৱা চাৰৰ নেতৃত্বত, চেনিকুঠীত বিখ্যাত ৰাতিৰ কলেজ 'বি-বৰুৱা কলেজে' প্ৰতিষ্ঠা লাভ কৰিছে। গতিকেই গুৱাহাটী তেতিয়া বিভিন্ন দিশৰ পৰা ৰাজ্যৰ ভৈয়াম অঞ্চলৰ আৰু নতুনকৈ মূৰ দাঙি উঠিব ধৰা পাহাৰীয়া এলেকাবোৰৰো একমাত্ৰ শৈক্ষিক ক্ষেত্ৰ, একমাত্ৰ আকৰ্ষণীয় ঠাই; আৰু কটন কলেজেই যেন এই আকৰ্ষণৰ মধ্যমণি।

কটনলৈ ছাত্ৰ-ছাত্ৰীৰ সোঁত তেতিয়া ৰাজ্যৰ ইমূৰৰ পৰা সিমূৰলৈ; অৰ্থাৎ ধুবুৰী, গোৱালপাৰাৰ পৰা সদিয়া, ডিব্ৰুগড়লৈ; আনহাতে পাহাৰৰ পৰাও নগাপাহাৰৰ পৰা মিজো পাহাৰলৈ। আৰ্টচ্-চায়েন্স অৰ্থাৎ কলা-বিজ্ঞান সকলোতেই সকলোৰে ভীৰ। শিক্ষকসকলৰ ফালৰ পৰাও তেতিয়া ইংৰাজী বিভাগত শ্ৰদ্ধেয় দিগেন দত্ত, ৰায়হান শ্বাহ, চন্দ্ৰ কলিতা, তাৰিণী কান্ত ভট্টাচাৰ্য্য, আনন্দেশ্বৰ শৰ্মা আদি চাৰসকল আছিল ; আৰু নতুন চামৰ ভিতৰত সেইখিনি সময়তে শ্ৰদ্ধেয় নবকান্ত বৰুৱা চাৰ, মহেন্দ্ৰ বৰা চাৰ আৰু উপেন শৰ্মা, কমলেশ্বৰ শৰ্মা আদিয়ে যোগদান কৰিছে। অসমীয়া বিভাগত তেতিয়া শ্ৰদ্ধেয় অতুল চন্দ্ৰ হাজৰিকা, গিৰিধৰ শৰ্মা, উপেন্দ্ৰ নাথ লেখাৰু আৰু বিনয় চৌধুৰী চাৰহঁতৰ যুগ। সেইখিনি সময়তেই আমিও আহি কটন কলেজত প্ৰবেশ লভাৰ আৰু তেখেতেসকলৰ সান্নিধ্য পোৱাৰ সুযোগ বা সৌভাগ্য লাভ কৰিছিলো। কলেজত তেতিয়া কলা আৰু বিজ্ঞান শাখাৰ বিভিন্ন বিভাগত ডেকা-বুঢ়া অসংখ্য শিক্ষকৰ পয়োভৰ। কিন্তু, কিয় জানো সিবোৰৰ সকলোৰে মাজত মাত্ৰ কেইগৰাকীমান মুষ্টিমেয় শিক্ষকৰহে আমি সান্নিধ্যলৈ অহাৰ সুযোগ পাইছিলো; আৰু তাৰো ভিতৰত বিনয় চৌধুৰী চাৰৰ সান্নিধ্য যেন এক বিৰল ব্যতিক্ৰম আছিল। অৱশ্যে কলেজৰ বাহিৰৰ সময়খিনিত আমি তেতিয়াৰ হেম বৰুৱা চাৰৰ লগতে নবকান্ত বৰুৱা আৰু মহেন্দ্ৰ বৰা চাৰৰ সান্নিধ্যও বাৰুকৈয়ে লাভ কৰিছিলো।

চৌধুৰী চাৰক আমি শ্ৰেণীকোঠাৰ চাৰিবেৰৰ মাজত প্ৰথমে পাইছিলো। এইক্ষেত্ৰত আমি সাধাৰণতে গহীন গম্ভীৰ বয়সস্থ হাজৰিকা চাৰ, শৰ্মা চাৰ আৰু

লেখাৰু চাৰৰ তুলনাত অধিক ডেকা আৰু সহজ লভ্য যেন চৌধুৰী চাৰকে পাইছিলো; আৰু আমাৰ কলেজীয়া জীৱনৰ বিভাগীয় সমস্যা বা খোকোজাবোৰ লৈ তেওঁৰে ওচৰ চাপিছিলো সঘনে। চৌধুৰী চাৰেও তেতিয়া আন চাৰ সকলতকৈ বয়সত কনিষ্ঠ যেতিয়া সকলোৰে দায়-দোষ মূৰ পাতি লৈ আমাক আশ্বস্ত কৰি ৰাখিছিল সততে। ক'ৰবাত যদি কাৰোবাৰ পাঠ শেষ হোৱা নাই, বা ক'ৰবাত যদি কিবা ক্লাছ হোৱা নাই, আমি ল'ৰাইতে সাধাৰণতে তেওঁৰে ওচৰ চাপিছিলো; আৰু তেৰোঁ সকলোৰে দায়িত্ব মূৰ পাতি লৈ আমাক সততে সন্তুষ্ট আৰু আশ্বস্ত কৰি ৰাখিবলৈ যত্ন কৰিছিল। চাৰৰ এই গুণটোৱে প্ৰথমে আমাক তেখেতৰ প্ৰতি আকৰ্ষিত কৰিছিল। ফলত কলেজৰ শ্ৰেণী কোঠাৰ সমস্যাবলীৰ উপৰিও তেতিয়াৰ সৰু গুৱাহাটীখনৰ কলেজ চৌহদত উদ্ভৱ হ'ব পৰা বা কলেজৰ বাৰাণ্ডা চোতালত সন্মুখীন হোৱা আমাৰ সমস্যাবোৰৰো সমাধানৰ সহায় বা সাৰথি হৈ পৰিছিল গৈ শ্ৰদ্ধেয় চৌধুৰী চাৰহে। কিয়নো কলেজৰ শ্ৰেণীকোঠা বা অধ্যাপকৰ কমনৰুমৰ উপৰিও তেতিয়াৰ কলেজ খনৰ বাৰাণ্ডা চোতাল আৰু কেণ্টিনখনত আমি ডেকা সতেজ আৰু অনবৰতে প্ৰাণৱন্ত হৈ থকা চৌধুৰী চাৰকহে পাইছিলো।

চৌধুৰী চাৰৰ প্ৰতি আমাৰ আকৰ্ষণৰ দ্বিতীয় উৎস আছিল তেওঁ তেতিয়াও আবিয়ৈ হৈ থকা কথাটো। তেওঁ কিয় কেনেকৈ দেৰিলৈকে বিয়া-বাৰু নকৰোৱাকৈ আছিল নাজানো, কিন্তু কথাটোৱে আমাক তেতিয়াৰ উঠি অহা ডেকা হিচাবে আমোদ দিছিল; আৰু আমি সততে তেওঁৰ ওচৰ চপাৰ, আনকি প্ৰয়োজন বোধে কেণ্টিন বা দূৰৰ ৰিহাবাৰীৰ বাহালৈ গৈ চাহপানী খোৱাৰ সুবিধা দিছিল। অধিক কি, আমি কটন কলেজৰ চৌহদতে পাণবজাৰত হোষ্টেলত থাকিলেও তেতিয়াৰ ফাগুৱাৰ দিনা ওচৰৰ অইনৰ ওচৰলৈ নগৈ সমুখৰ ৰেল ষ্টেচন পাৰ হৈ পল্টন বজাৰ পাৰ হৈ ৰিহাবাৰী ওলাই ডেকা ৰবলা চৌধুৰী চাৰৰ বাসভৱনহে বা বহাহে পাইছিলো; আৰু চাৰৰ কপাল-মূৰত আৰু পদ যুগলত ফাকুগুৰি অলপ চটিয়াই লৈ চাৰৰ পকেটৰ পৰা ওলাই অহা তেতিয়াৰ পাঁচ টকীয়া বা দহটকীয়া নোট খনলৈ অপেক্ষা কৰি বৈ আছিলো; আৰু ওভটি আহোতে ষ্টেচনৰ চালিৰ তলত তাৰেই চাহ-চিঙৰা বা চাহ-গজা খাই পৰম তৃপ্তি লাভ কৰিছিলো। চাৰৰ ওচৰ চাপি বা তেওঁ ওচৰলৈ গৈ ভালপোৱাৰ তৃতীয়টো আকৰ্ষণ আছিল তেওঁৰ সেই সময়ৰ প্ৰায় অসম জুৰি বিখ্যাত হৈ পৰা তেওঁৰ খাতি বৰপেটীয়া সুৰ আৰু উচ্চাৰণৰ অতি মৰম সনা সম্বোধন কেইটা ঃ 'কিয়েই গৰু' আৰু 'কিয়েই গাধা';

আৰু প্ৰতিজন ওচৰ চপা ছাত্ৰৰে অভাৱ-অভিযোগৰ ভিতৰলৈ সোমাই গৈ সিবোৰৰ নিৰাময় কৰাৰ তেখেতৰ নিতান্ত আন্তৰিক প্ৰচেষ্টাবোৰ। মোৰ প্ৰায়ে মনলৈ আহে, মই অসমীয়াৰ 'অনাৰ্চ' লোৱাৰ সময়ত সেই সময়ত অতিকৈ দুষ্প্ৰাপ্য হৈ পৰা ড° বাণীকান্ত কাকতিদেৱৰ 'থেচিচ'খন তেখেতে তেখেতৰ ভিনিহিয়েক প্ৰয়াত ড° কাকতি চাৰৰ ঘৰৰ পৰা কপি এটা সংগ্ৰহ কৰি আনি দি মোক সহায় কৰাৰ কথাটো।

১৯৫৭ চনত আমি কটনকলেজ এৰো যদিও দীঘলীয়া গুৱাহাটীয়া জীৱনত চাৰক আমি বহু সময়তেই বহুতো বিভিন্ন ক্ষেত্ৰত লগ পাইছিলো; আৰু সকলোতেই চাৰৰ সহানুভূতিসূচক মৰম-চেনেহৰ উমান পাই আছিলো। পিছৰ কালৰ চাকৰি বাকৰি আনকি বিবাহিত জীৱনতো চাৰক লগ পালে, চাৰে একে ধৰণেই সকলো খবৰ বিতংকৈ লৈছিল আৰু প্ৰয়োজনীয় দিহা আদিও দিয়া চাৰৰ স্বভাৱ আছিল। চাৰক বেছি ঘনিষ্ঠকৈ পুনৰ লগ পোৱাৰ সৌভাগ্য ঘটিছিল, গুৱাহাটীৰ ফটাশিল আমবাৰী অঞ্চলত ৰাইজে লগ লাগি প্ৰয়াত ৰাধা গোবিন্দ বৰুৱা দেৱৰ নামত কলেজ এখন পাতিবলৈ লোৱা সিদ্ধান্তৰ পৰিপ্ৰেক্ষিতত। চাৰে ইতিমধ্যে বিয়া-বাৰু কৰাই সাংসাৰিক জীৱনতে আবদ্ধ হৈ, কটন কলেজৰ শিক্ষকতাৰ জীৱনৰো দীঘলীয়া পৰিক্ৰমা শেষ কৰি গুৱাহাটীৰ ৰাজহুৱা জীৱনত নামি পৰিছে আৰু গুৱাহাটী মহানগৰীৰ মেয়ৰ হিচাবে নিযুক্ত হৈছে। এই সময়ছোৱাতো চাৰৰ ব্যক্তিত্ব প্ৰায় অবিকল আছিল; চাৰ যেন দীঘলীয়া কটন কলেজৰ শিক্ষকতা জীৱনৰ পৰিবেশ আৰু তাক বাৰাণ্ডা আৰু চোতালে গঢ় দি দিয়া সেই চিৰপৰিচিত শিক্ষকজনেই আছিল; মাথোন দেহত বয়স আৰু অভিজ্ঞতাৰ তিতা-কেঁহা চাপ পৰিছিল মাথোন; তাতকৈ অকণো তেওঁ সলনি হোৱা নাছিল। তেওঁ আছিল সদা নিৰ্মল আৰু সদা সৎ আৰু নিকা চৰিত্ৰৰ এক অবিকল প্ৰতিমূৰ্ত্তি; তেওঁ সততে পিন্ধি থকা সদা শুভ্ৰ পোছাক জোৰৰ দৰেই পবিত্ৰ আৰু শুদ্ধ; আৰু তেওঁ সঁচাকৈয়ে 'বিনয় ভূষণ'খ অৰ্থাৎ বিনয়েই যাৰ ভূষণ। এনেহেন চাৰৰ স্মৃতি যুগমীয়া হওক; চাৰ অমৰ হওকঃ এই আশাৰে—। ●

# বিনয় ভূষণ চৌধুৰী চাৰৰ সোঁৱৰণত

**ৰমেশ পাঠক**

শিক্ষিত ব্যক্তিৰ মনৰ মণিকোঠাত যিসকল শিক্ষা-গুৰুৰ স্মৃতি চিৰ সেউজী ৰূপত প্ৰতিভাত হয়, তাৰে শতকৰা প্ৰায় এশ ভাগেই প্ৰাথমিক বা মাধ্যমিক বিদ্যালয়ৰ শিক্ষক-শিক্ষয়িত্ৰী। মহাবিদ্যালয় পৰ্যায়ত গভীৰভাৱে প্ৰভাৱিত কৰিব পৰাকৈ ছাত্ৰ আৰু শিক্ষকৰ সম্পৰ্ক নঘটে। কটন কলেজৰ দৰে এখন ডাঙৰ মহাবিদ্যালয়ত তেনে সুবিধা আৰু কম।

অথচ "বিনয় চৌধুৰী চাৰ" এই গতানুগতিকতাৰ ব্যতিক্ৰম। কলা আৰু বিজ্ঞান শাখা বুলি কথা নাই, অসমীয়া বিষয় আছে নে নাই, সেয়াও বিবেচ্য নহয় — চৌধুৰী চাৰৰ শ্ৰেণী বুলিলেই ভৰি পৰে ছাত্ৰ-ছাত্ৰী। চাৰে কি পঢ়ুৱাই সেয়া কোনেও নাভাৱে, কেনেকৈ পঢ়ুৱায় সেয়াহে আকৰ্ষণৰ মূল বিন্দু। চাৰৰ ক্লাছবোৰ যেন ক্লাছ নহয় — অন্তৰঙ্গ আলাপৰ অনুষ্ঠান।

চাৰে ছাত্ৰবোৰক সাধাৰণতে "গাধা", "মাথা-লেচ" আৰু "গৰু" বুলি সম্বোধন কৰিছিল। "তই"ত বাহিৰে "তুমি" নোকোৱা চাৰৰ ভিতৰুৱা খবৰ আনি কোনোবাই জনালে যে, চাৰে বাইদেউক কিন্তু তুমি কয়। লগে লগে শ্ৰেণী-কোঠাত অন্তৰঙ্গ আলাপ ঃ

ছাত্ৰ ঃ চাৰ, কথা এটা ভাল হোৱা নাই।

চাৰ ঃ কি কথা অ' গৰু।

ছাত্ৰ ঃ আপুনি সকলোকে 'তই' কয়, কিন্তু বাইদেউক 'তুমি' বোলে।

চাৰ ঃ অ' সেইটু কথা। তুহাৰ পৰা মোৰ ভয় নাই। বাইদেৱেৰাৰ অবলা ৰূপহে মোৰ ভাল লাগে। তই বুল্‌লি প্ৰবলা ৰূপ লবো নহয়। অতিয়া পৰ (পঢ়)।

আন এদিনৰ কথা। স্নাতক মহলাৰ চূড়ান্ত বৰ্ষৰ শ্ৰেণী। বিজ্ঞানৰ ছাত্ৰ-ছাত্ৰীক অসমীয়া নালাগে। কিন্তু চৌধুৰী চাৰৰ ক্লাছ মানেই ব্যতিক্ৰম। চাৰে তেতিয়া "মিৰি জীয়ৰী" উপন্যাস পঢ়ায়। ৰেজিষ্টাৰ নকৰাকৈয়ে চাৰে আৰম্ভ কৰিলে — "আমি ক'ত এচ্‌চিলু ? অ' পানেই জংকিৰ প্ৰেমোত পৰিল, তাতে নহয় ? এনেতে বিজ্ঞানৰ ছাত্ৰ এজন থিয় হ'ল। তাৰ পিছৰ কথোপকথন এনে ধৰণৰ —

ছাত্ৰ ঃ চাৰ, এই যে পানেই জংকিৰ প্ৰেমত পৰা বুলি আপুনি ক'লে, এই প্ৰেম মানে কি ?

চাৰ ঃ দিলীপ, এটু কুন ইয়েৰৰ ক্লাছ?

ছাত্ৰ ঃ বি, এ ফাইনেল ইয়াৰ চাৰ।

চাৰ ঃ তই কটনত কেই বছৰ পঢ়লি?

ছাত্ৰ ঃ চাৰি বছৰ চাৰ।

চাৰ ঃ কটনত চাৰি বছৰ পঢ়িও যদি প্ৰেম মানে নাজানলি তই বেলেগ কলেজত ট্ৰেন্‌ছফাৰ লবি। এতিয়া পৰ (পঢ়)।

মন কৰিব লগা প্ৰতিটো পৰিস্থিতিয়েই আকস্মিক। চাৰ কিন্তু অত্যন্ত স্বাভাৱিক। কথাৰ সুৰো গম্ভীৰ। নিজে গহীন হৈ থাকে। আৰু শ্ৰেণীৰ ছাত্ৰ-ছাত্ৰীবোৰ? যেন বন্ধু মহলৰ আড্ডাহে।

চাৰৰ শ্ৰেণীকোঠাৰ ই এটা দিশহে। পাঠ্য-পুথিৰ ব্যাখ্যাত কিন্তু অতি নিষ্ঠাবান। কেৱল এনে নীৰস ব্যাখ্যাত লাগি থাকিব পৰা ধৈৰ্য্য যেন চাৰৰ নাছিল। চাৰৰ পাণ্ডিত্যৰ কথা আমি অনাৰ্ছৰ ছাত্ৰ-ছাত্ৰীয়েহে গম পাইছিলোঁ।

আনহাতে চাৰৰ অন্তৰখন আছিল একেবাৰে শিশুৰ দৰে সৰল। অনাৰ্ছৰ ক্লাছত এদিন তেখেতে নোট্‌ছ দি আছে। আমি লিখি আছোঁ। কুৰি মিনিটমান যোৱাৰ পিচত চাৰে সুধিলে ঃ "নোট্‌টু কেনা পাইছা।" আমি ক'লোঁ ঃ "বৰ ভাল হৈছে চাৰ।" চাৰে ক'লে ঃ "ভাল হবো আৰু নহবনো না, নোটটু বাইদেৱেৰাই লিখা। মই পাই লৈ আইছ্‌চু।" এইজনেই চৌধুৰী চাৰ।

চাৰক সহকৰ্মী হিচাপেও পাইছিলোঁ মোৰ ইন্টাৰভিউ চাৰেই লৈছিল। চাকৰিত যোগদান কৰাৰ দিনাখন মোক অকলে বহুৱাই লৈ কোৱা কথাখিনিৰ সাৰ-মৰ্ম এনেকুৱা ঃ "যি নিজৰ কামত ফাঁকি দিয়ে, সি আচলতে নিজকে ফাঁকি দিয়ে। এজন ভাল শিক্ষক হ'বলৈ হ'লে বিষয়বস্তুৰ ওপৰত দখল বা আন্তৰিকতা লাগিবই, কিন্তু সেয়াই যথেষ্ট নহয়। ছাত্ৰ-ছাত্ৰীক মৰম কৰিব পাৰিব লাগিব। কিবা জানিব লগা থাকিলে ভুৱনেশ্বৰী (বৈশ্য), হেমন্ত (শৰ্মা), ৰামমল (ঠাকুৰীয়া) বা নাৰায়ণক (শৰ্মা) সুধিবি। শিকাত লাজ নাই।" শ্ৰেণীকোঠাত আমাৰে অভপালিবোৰ চাৰে সহজভাৱে লোৱাৰ ৰহস্য সিদিনাহে বুজিছিলোঁ। ছাত্ৰ-ছাত্ৰীৰ প্ৰতি কি অকৃত্ৰিম চেনেহ সেই কথা চাকৰিৰ তিনি মাহমান পিচত নিজে অনুভৱ কৰিছিলোঁ।

শনিবাৰে মই টিক্বৰ ঘৰলৈ গৈছিলো। তেতিয়া পুবাৰ ভাগত টিহুৰ পৰা গুৱাহাটীলৈ দুখন বাছ আহে। এখন সাত বজাত, আনখন ন-বজাত। সোমবাৰে মই সাত বজাৰ বাছখন ধৰিব নোৱাৰিলোঁ। ন-বজাৰ বাছত আহিলে বাৰ বজাতহে গুৱাহাটী পাম। গতিকে মই নৈমিত্তিক ছুটী বিচাৰি অধ্যক্ষলৈ টেলিগ্ৰাম পঠিয়ালোঁ। মঙলবাৰে বিভাগত সোমোৱাৰ লগে লগে চৌধুৰী চাৰে টাইপ কৰা নৈমিত্তিক ছুটীৰ দৰখাস্ত এখনত চহী কৰিব দিলে। তাৰিখটো আছিল শণিবাৰৰ। চহীটো লৈয়েই তেখেতে ওলাই গ'ল। আধা-ঘণ্টামান পিচত উভতি আহি হেমন্ত শৰ্মা চাৰ আৰু ভুবনেশ্বৰী বাইদেউৰ সন্মুখতে ককৰ্থনা ঃ "তই বোলে কেন্দ্ৰীয় চৰকাৰী মহাবিদ্যালয়ত চাকৰি কৰিছিলি? চৰকাৰী চাকৰিয়ালে কৰ্ম-স্থানৰ পৰা ক'ৰবালৈ গ'লে যেঁ কৰ্মস্থলী ত্যাগৰ অনুমতি ল'ব লাগে তাকো নাজান? অধ্যক্ষই মতাই নি মোক তোৰ টেলিগ্ৰাম দেখুৱাই সুধিছে যে তই তেনেকুৱা দৰখাস্ত মোক দিছ নেকি? মইহে মিছা মাতি কৈছোঁ তই দিয়া বুলি, সেই বেগটো আজি ননা বুলি। ভৱিষ্যতে এনে নকৰিবি। এয়াই প্ৰথম আৰু শেষ হয় যাতে।" এয়াই আছিল চৌধুৰী চাৰ, বিপদত সহায় আৰু বিপদ আঁতৰি গলে সমুখত বহুৱাই লৈ গালি। মৰমৰ গালি !!

সুবিধা পালেই চাৰে ঘৰুৱা উপদেশ দিছিল। কটনত কেইবছৰমান চাকৰি কৰাৰ পিছত চাৰে মোক কৈছিল ঃ "বুইছা ৰমেশ, বাণীবাবুয়ে (ডঃ বাণীকান্ত কাকতি) মোক প্ৰায়ে কৈছিল, আদৰ্শ শিক্ষক হ'বলৈও নিজা মাটি ঘৰ লাগে। তেওঁৰ কথা মই তেতিয়া নুশুনিলো। তয়ো মাটি এটুকুৰা চা। ঘৰ লাগে অলপ পিচত বান্ধিবি।"

এদিনাখনৰ কথা। ইউনিয়ন হলত (এতিয়া বিষ্ণু ৰাভা ভৱন) Mock-Parliament চলি আছে। হেম বৰুৱা সেই সংসদৰ অধ্যক্ষ। দুপৰীয়া ১২-৩০ বজাত Lunch-break; অৱশ্যে পাঁচ মিনিটৰ বাবেহে। বিৰতি ঘোষণা কৰা এক মিনিট পিচতেই চৌধুৰী চাৰে চিঞৰি হেম বৰুৱা চাৰক সুধিছে — "ঐ হেম। তামুল has নে no has এ ?" হেম বৰুৱা চাৰৰ উত্তৰ — "has Sir"। হল ঘৰত হাঁহিৰ গিৰ্জনি।

চাৰে ব্যক্তিগত দুখৰ কথা আনক কৈ ভাল নাপাইছিল। পৰ-চৰ্চা নকৰিছিল। কাৰোবাৰ কিবা দোষ দেখা পালে লুক-ঢাক নকৰাকৈ মুখৰ আগতে কৈ দিছিল।

বেয়া পাই নহয়, শুধৰণিৰ আশাতে। মোৰ বিভাগৰ অধ্যাপক এগৰাকীক তেখেতে তেনেদৰে কোৱা নিজে শুনিছোঁ। পিছত তেখেতে আমাক কৈছিল : "সি জনা মানুহ। পঢ়াপাতি কৰা মানুহ। কেৱল দোষ তাৰ এটাই — কাৰো ভাল নেদেখে। লোকৰ বদনাম গাই ফুৰে। এই দোষটো বাদ দিলে সি কটনৰ নাম কৰা অধ্যাপক হ'ব।"

চৌধুৰী চাৰে মান্য অসমীয়া ভাষাত কথা নকৈছিল বুলিবই লাগে। কিন্তু কেতিয়াবা শ্ৰেণীৰ বক্তৃতা এটা সম্পূৰ্ণ মান্য-অসমীয়াতে দিছিল। সেয়া ব্যতিক্ৰমহে — নিয়ম নহয়। কটন কলেজত অধ্যাপনা কৰি থাকোতেই চাৰ কিম্বদন্তিত পৰিণত হৈছিল। সঁচাই-মিছাই তেখেতৰ বিষয়ে ক'ত যে সাধু! নতুনকৈ যোগদান কৰা এজন অধ্যাপকক "কি এ গৰু, তয়ো বুলে জইন কল্‌লি" বুলি কোৱা বাবে অধ্যাপক গৰাকীয়ে অধ্যক্ষক হেনো অভিযোগ দিছিল। অধ্যক্ষই বিচাৰৰ বাবে চৌধুৰী চাৰক মতাই নি ডেকা অধ্যাপকৰ অভিযোগ সম্পৰ্কে জনায়। চৌধুৰী চাৰৰ উত্তৰ : "ই গাধা বাৰু নতুন। তইতো পুৰণা। তাক বুজে নক কিয়?" চাৰৰ বিদায় সভাত প্ৰথম দিনৰ কথা সুঁৱৰি সেই অধ্যাপক গৰাকীয়ে কৈছিলঃ "তাৰ পিচত চাৰে 'গাধা', 'মাথালেচ' বুলি নামাতিলেহে বেয়া লাগিছিল, চাৰে কিবা কথাত বেয়া পাইছে নেকি— এই বুলি ভাবি।

বিনয় ভূষণ চৌধুৰী চাৰে কাৰোবাৰ বিৰুদ্ধে কোৱা মোৰ মনত নপৰে। প্ৰাক্তন ছাত্ৰ-ছাত্ৰীক লগ পালে শাক ভাত খোৱাৰ পৰা ল'ৰা-ছোৱালীৰ শিক্ষালৈ আন্তৰিকতাৰে আলোচনা কৰিছিল।

সহকৰ্ম্মীসকলক তেখেতে মৰম কৰিছিল যদিও বিদ্যায়তনিক গভীৰ কথা দুজনমানৰ লগতহে আলোচনা কৰিছিল। সম্পূৰ্ণ বিপৰীত বিন্দুৰ দুগৰাকী ব্যক্তিক তেখেতে অত্যন্ত ভাল পাইছিল। এগৰাকী ড° বাণীকান্ত কাকতি আৰু আনগৰাকী মহেন্দ্ৰ মোহন চৌধুৰী। ড° কাকতিক অতি ঘনিষ্ঠভাবে লগ পোৱা চৌধুৰী চাৰে কথাই কথাই ড° কাকতিৰ উল্লেখ কৰিছিল।

সদায় সদুপদেশ দিয়া চাৰে মৃত্যুৰ কেইদিনমান আগতে বাইদেউক হেনো মোক মাতি দিবলৈ কৈছিল। মই গৈছিলো। চাৰ যে মৃত্যু পথৰ যাত্ৰী সেয়া দেখিয়েই গম পাইছিলোঁ। মাত অতি দুৰ্বল— শৰীৰত মাংস প্ৰায় নায়েই। তাৰ মাজতে দুৰ্গা দাস চাৰক এবাৰ দেখা পালে ভাল আছিল বুলি মোক কৈছিল। বাইদেৱে বেছি কথা ক'বলৈ মানা কৰাত চাৰে শেঁতা হাঁহি মাৰি কৈছিল— "ৰমেশৰ লগত কথা

নাপাতিলে কাৰ লগত পাতিম?” বাইদেউক মই চকুৰে কলোঁ— “মই থাকিলে চাৰে কথা পাতি থাকিব। যোৱাই ভাল।” বাইদেৱে সম্মতি জনালে।

বাটলৈ ওলাই ভাবিছিলোঁ— ইয়াৰ পিচত চাৰৰ সদুপদেশ পাম জানো? মোৰ সন্দেহেই সঁচা হ'ল— নিজে পণ্ডিত হৈও পণ্ডিতৰ দৰে কোনো দিনে কথা নোকোৱা, সদায় আনৰ ভাল দিশটোহে দেখা অধ্যাপক, সংগঠক, মেয়ৰ চৌধুৰী চাৰ তাৰে কেইদিনমান পিচতে আমাক এৰি গুছি গ'ল। বিনয় ভূষণ নামটো কোনে দিছিল নাজানো— চৌধুৰী চাৰ কিন্তু সঁচাকৈয়েই আছিল বিনয়ৰ প্ৰতীক। ভাষা আৰু সাহিত্যত অগাধ দখল থকা চৌধুৰী চাৰৰ প্ৰকৃত পৰিচয় ব্যক্তিগত আলোচনাতহে ফুটি উঠে।

চাৰ চাৰেই — অনন্য, একক, অপ্ৰতিদ্বন্দ্বী। ●

# বিনয় ভূষণ চৌধুৰী— এক সজল স্মৃতি

বসন্ত বৰুৱা

আমি যেতিয়া B.A. পৰীক্ষাৰ test পৰীক্ষা দি ওলালোঁ তেতিয়া অধ্যাপক বিনয় চৌধুৰী চাৰে কটন কলেজত অসমীয়া বিভাগত অধ্যাপক হিচাবে যোগ দিলেহি। সেই কাৰণে তেখেতক আমি শিক্ষক হিচাবে নাপালো। কিন্তু তেখেতে পাঠ দান কৰা ছাত্ৰ সকলৰ পৰা শুনিছিলো যে ক্লাচটো তেখেতে জমায় ৰাখে। আনকি অইন বিভাগৰ ছাত্ৰ-ছাত্ৰী সকলো তেখেতৰ ক্লাচ কৰিবলৈ গৈছিল। কাৰণ তেখেতে গতানুগতিকভাৱে বক্তৃতা প্ৰদান কৰা নাছিল। সেই কাৰণেই নেকি ছাত্ৰ ছাত্ৰীয়ে কেতিয়াও তেখেতৰ ক্লাচত (Bore) বিৰক্তি অনুভৱ নকৰিছিল। আৰু বেচি জমাবৰ কাৰণে মাজে মাজে কও বুলিয়েই বৰপেটীয়া ভাষাত দুই এষাৰ কথাও কৈছিল। সেই কাৰণেই হয়তো তেখেতৰ ক্লাচটো খুব interesting হৈছিল।

যেতিয়া মই আহি কটন কলেজৰ ইংৰাজী বিভাগত সোমালো তেতিয়াৰ পৰা তেখেতৰ খুব ওচৰ সান্নিধ্যলৈ আহিলো আৰু তেতিয়াৰ পৰাই প্ৰথমেই মোক তই বুলি সম্বোধন কৰিছিল। সেই তই বোলা সম্বোধনতেই অনুভৱ কৰিছিলো যে তেখেত কিমান খোলা আৰু মৰম সনা মনৰ। তাৰ পিছত যেতিয়া সদায়েই কলেজত লগ পোৱা হ'লো, তেতিয়াৰ পৰাই তেখেতৰ প্ৰতি মোৰ শ্ৰদ্ধা, আৰু ভালপোৱা বেচিকৈ বাঢ়ি যাব ধৰিলে। মৰমতে তেখেতে প্ৰায় সকলোবিলাক ছাত্ৰ-ছাত্ৰীক আৰু লগতে তেখেতৰ সতীৰ্থবৰ্গকো গাধ বুলি সম্বোধন কৰিছিল— কোনোৱেও সেই কথাত অকণো বেয়া পোৱা নাছিল। বৰঞ্চ খুব আমোদ পাইছিল। মোকতো চাৰে "অই গাধ"ৰ বাহিৰে অইন ধৰণে কেতিয়াও সম্বোধন নকৰিছিল আৰু সেই সম্বোধনত যে কি এটা মৰম আৰু ভালপোৱা সোমাই আছিল তাক কথাৰে বা লিখাৰে প্ৰকাশ কৰিব নোৱাৰি। মাত্ৰ অকল অনুভৱ কৰিবহে পাৰি। মোক তেখেতে অত্যন্ত ভাল পাইছিল। কাৰণ হয়তো হব পাৰে যে আমি দুয়ো opposite nature ৰ আছিলো। তেখেতে তামোল পাণৰ বাহিৰে কোনো ধৰণৰ নিচাযুক্ত বস্তু নাখাইছিল আৰু মই আছিলো সম্পূৰ্ণ বিপৰীত প্ৰকৃতিৰ। মাজে মাজে তেখেতে মোক অলপ warning দিয়াৰ নিচিনাকৈ কৈছিল "তই কোনোবা

দিনা পেট ফাটি মৰ্‌বি বাচা। এই গিলাখন খাবা বাদ দি।” কিমান ভালপোৱা কাৰণে যে এনেকৈ কৈছিল মই সেইটো অন্তৰৰে অনুভৱ কৰিছিলো। আৰু এতিয়াও কৰো। এইটোকেই “Attration of the opposite” বুলি কয় নেকি।

চাৰ Municipal Corporation ৰ দুবাৰ নে তিনিবাৰ Mayar হৈ আছিল। তাকো একেলেথাৰিকৈ। কিন্তু কোনো এটা বদনাম নোহোৱাকৈ সন্মানেৰে ওলাই আহিব পাৰিছিল। সেই সময়টো ইমান ব্যস্ততাৰ মাজত থাকিও আমাৰ কেইজন মানৰ ঘৰলৈ আহিও খবৰ খাতি কৰিছিল। চাৰৰ সম্বন্ধীয়া বিখ্যাত পণ্ডিত বাণীকান্ত কাকতিৰ প্ৰভাৱ তেখেতৰ ওপৰত বিশেষকৈ পৰিছিল আৰু আমাক সেই বিষয়ে প্ৰায়েই কৈছিল। সেই হেতুকে চাৰৰ মুখৰ পৰা বহুতো ভাল ভাল কিতাপৰ কথা শুনি পঢ়াৰ সুযোগ পাইছিলো। ৰামকৃষ্ণ পৰমহংসৰ এফাঁকি কথা প্ৰায়ে তেখেতে আমাক অলপ ধেমেলীয়া সুৰতেই কৈছিল “কামিনি কাঞ্চন” বাদ দিয়াৰ কথা। আমিও একেটা সুৰতে কৈছিলো “চাৰ” এই দুটা নহলেতো পৃথিবীত চলাই টান। আমিতো ৰাম কৃষ্ণৰ নিচিনাকৈ নিৰ্বিকল্প সমাধিস্তত উপনীত হ’ব নোৱাৰো। চাৰে তেখেতৰ স্বভাৱ সুলভ ভাষাত কৈছিল “অই গাধা, চেষ্টা কৰব্‌তো পাৰ”। এই অতি প্ৰিয় আৰু মৰম সনা গাধা সম্বোধনটোৰ বিষয়ে কটন কলেজৰ শত বাৰ্ষিকী সংকলন খনত বহুতো তেখেতৰ প্ৰিয় ছাত্ৰ-ছাত্ৰীয়ে মৰম আৰু শ্ৰদ্ধাৰে উল্লেখ কৰিছে। দেওবৰীয়া ‘দৈনিক অসম’ৰ বাদল দাসৰ কলমত পাহৰিব নোৱাৰাকৈ এই বিষয়ে বৰ্ণনা কৰিছে। চাৰৰ বিষয়ে আৰু বহুতো কথা লিখিব লগীয়া আছিল। কিন্তু সময় আৰু ঠাইৰ অভাৱত বাদ দিব লগা হৈছে।

তেখেত ঢুকোৱাৰ এবছৰ মান আগতে মোৰ খবৰ লবলৈ আহিছিল। লগত এজন escort হিচাবে আনিছিল। খুব সম্ভৱ চাৰৰ ৰাইদেৱে লগতে পঠিয়াইছিল। কিন্তু মনত এটা দুখ সদায়ে থাকি গ’ল। যাক মই অন্তৰেৰে শ্ৰদ্ধা কৰিছিলো, ভাল পাইছিলো সেই গৰাকীৰ শেষ কৃত্য সমাপনৰ সময়ত মই শ্মশানত উপস্থিত থাকিব নোৱাৰিলো। কাৰণ চাৰ ঢুকোৱাৰ সময়ত ডেৰ মাহ মানলৈ viral fever আৰু কঁকালৰ বিষত বিচনাৰ পৰা উঠিব নোৱাৰা অৱস্থাত আছিলো। এই মনৰ দুখ সদায়েই থাকি যাব। মোৰ এয়াই প্ৰাৰ্থনা যে চাৰৰ অমৰ আত্মাই মোক ক্ষমা কৰি দিয়ে যেন। ●

# বিনয় ভূষণ চৌধুৰী চাৰক লৈ কেইটামান স্কেচ্

ৰতন লহকৰ

১৯৬৪ চনৰ এপ্রিল মাহৰ কোনোবা এটা দিন। মই কটনৰ ছাত্র। চাৰ আমাৰ তেতিয়াৰ নিউ হোষ্টেলৰ তত্বাবধায়ক। ভ্ৰাম্যমান থিয়েটাৰৰ জনক শ্ৰীযুত অচ্যুত লহকৰে (মোৰ খুৰাই, মই দাদা বুলি মাতো) মোকো কিছু দায়িত্ব দিলে। তেখেতে জৰ্জ ফিল্ডত এমাহ নটৰাজ থিয়েটাৰৰ নাট প্রদর্শন কৰিব। সেইমতে ব্যৱস্থা কৰিছে। গুৱাহাটীৰ গণ্যমান্য ব্যক্তি তথা নাট্য কৰ্ম্মীক আমন্ত্রণ কৰাৰ দায়িত্ব মোক দিলে। মই বহু কথা নেজানো বাবে চৌধুৰী চাৰৰ সহায় ললো। চাৰে দিয়া list মতে, অচ্যুতদাৰ নিৰ্দ্দেশত নাটক উদ্বোধনী নিশাৰ বাবে আমন্ত্রণ কৰিলো। জৰ্জফিল্ডত কৰ্মীবোৰে তেতিয়া ভ্ৰাম্যমানৰ প্রেক্ষাগৃহৰ সলনি, এমাহ Show কৰিব পৰা All most Permanent সদৃশ এটা Hall বনাব ধৰিলে (আজি কালিৰ দৰে তেতিয়া Tent Home নাছিল) মই দিনত, কেতিয়াবা ৰাতি New Hostel ৰ পৰা ভাত খাই এনেয়ে কিমান প্রগ্রেছ হৈছে তাকে চাবলৈ যাও। চৌধুৰী চাৰেও মোৰ লগত বহু সময়ত যায়, শ্ৰমিকক বহুত পৰামৰ্শ দিয়ে।

সময় সমাগত। জৰ্জফিল্ডৰ উদ্বোধনী সন্ধিয়া। উদ্বোধনী অনুষ্ঠানৰ বাবে তেতিয়াৰ শিক্ষামন্ত্রী দেৱকান্ত বৰুৱা আহিব। মুখ্য অতিথি ৰাধাগোবিন্দ বৰুৱা।

উদ্বোধনী অনুষ্ঠানৰ আগে আগে শিক্ষামন্ত্রী দেৱকান্ত বৰুৱা, কমল নাৰায়ণ চৌধুৰী আদি প্রমুখ্যে আমন্ত্রিত মানুহ আহিল। stage ৰ পাচফালে অলপ মান আচুতীয়া ঠাইত দেৱকান্ত বৰুৱা, ৰাধা গোবিন্দ বৰুৱা, কমল নাৰায়ণ চৌধুৰী চাৰে কথা পাতিছে। মই তদাৰক। আতিথ্য কৰা। এই যে নাটক চাব। নটৰাজ। সেই সম্পৰ্কে বিভিন্ন আলোচনা। এয়া কি system ৰ থিয়েটাৰ। ইতিমধ্যে নটৰাজে ১৯৬৩ ৰ আৰম্ভণিৰ পৰা এটা প্রদর্শন কৰি এমাহৰ বাবে গুৱাহাটীত Show কৰিব। দেৱকান্ত বৰুৱা। কমল চৌধুৰী। ৰাধাকান্ত বৰুৱা, চৌধুৰী চাৰ আদিয়ে নটৰাজ সম্পৰ্কে কথা পাতিছে। চাৰে দৈনিক ভ্ৰমী ফুৰা নাটক বাবে ইয়াৰ নাম ভ্ৰাম্যমান হোৱাৰ দৰ্কাৰ। সেই কথাটোৰে ৰাধাগোবিন্দ বৰুৱাৰ মুখেৰে ওলাল চৌধুৰী চাৰৰ সৃষ্ট নাম ভ্ৰাম্যমান থিয়েটাৰ।

এইয়া ঘটনাৰ নায়ক গুৱাহাটীৰ এক সময়ৰ জনপ্রিয় ব্যক্তি বিনয় ভূষণ চৌধুৰীচাৰ।

চাৰ্। চৌধুৰী চাৰ। বিনয় ভূষণ চৌধুৰী চাৰ। পণ্ডিত চাৰৰ আমি হলো গাধা ছাত্ৰ। চাৰে সকলোকে গাধা বুলি মাতিছিল। ষাঠি দশকৰ প্ৰথম ভাগৰ ছাত্ৰ আমি। চীনা আক্ৰমণৰ আগে পাছে আমি ছাত্ৰ। সেই সম্পৰ্কে কেবাটাও কাহিনী কটন কলেজত এচাম ছাত্ৰৰ পৰা আন এচাম ছাত্ৰলৈ প্ৰচলিত হৈ আহিছিল।

সঁচা মিচা নেজানো এবাৰ হেনো এজন নতুন অধ্যাপকে কটনত জইন কৰিলে। চাৰে কমনৰুমত সোমাই নতুন অধ্যাপক জনক নিজা ষ্টাইলত সুধিলে "ঐ গাধ তোমাৰ ঘৰ ক'ত"। নতুন অধ্যাপক জনে পেটে পেটে অপমানবোধ কৰিলে। চাৰ, সম্পৰ্কে নতুন অধ্যাপক জনৰ কোনো ধাৰণা নাছিল। তেখেতে গৈ কথাটো অধ্যক্ষক জনালে। অধ্যক্ষই চৌধুৰী চাৰক মাতি পঠালে। চৌধুৰী চাৰে অধ্যক্ষৰ কোঠাত সোমায়ে অধ্যক্ষক সম্বোধী ক'লে — 'মোক কিয় মাতি পঠাইছা গাধ'। নতুন অধ্যাপক জনৰ মাত হৰিল। নতুন অধ্যাপক জনে বুজিবলৈ বাকী নাথাকিল। চৌধুৰী চাৰক। চৌধুৰী চাৰ মানুহজনক। হৃদয়ক। যি আপোনভোলা মানুহ। ●

# শিক্ষাবিদ বিনয় ভূষণ চৌধুৰী — এটি শ্ৰদ্ধাৰ্ঘ্য

ভোলা ৰাম দাস

বৰপেটা সত্ৰ তথা বৰপেটা ধাম। মহাপুৰুষ মাধৱদেৱৰ দ্বাৰা প্ৰতিস্থিত। প্ৰথম সত্ৰাধিকাৰ মথুৰা দাস বুঢ়া আতা। তেতিয়া বৰপেটা এখন ডাঙৰ গাওঁ। বৃটিছৰ দিনত বৰপেটাত বৰপেটা মহকুমাৰ সদৰ ঠাই হ'ল। তেতিয়া আমলাপট্টি হ'ল সত্ৰৰ মাটিৰ বাহিৰত। অফিচ, কাছাৰী, গৱৰ্ণমেণ্ট হাইস্কুল আদি এই আমোলাপট্টিতে হ'ল। ইয়াত বাহিৰৰ পৰা অহা বিষয়া, কৰ্মচাৰী, উকীল আদিৰ বাসস্থান হ'ল। সত্ৰৰ মাটিত থকা আটাইবোৰ বাসিন্দা বৰপেটা গাওঁখনৰ মানুহ। কিন্তু এই বিলাক ঠাইও বৰপেটা চহৰখনত অৰ্থাৎ বৰপেটা মিউনিচিপালিতিত অন্তৰ্ভুক্ত হ'ল। গতিকে বৰপেটা গাওঁ গুচি চহৰ হ'ল। তেতিয়াৰ পৰা বৰপেটা সত্ৰৰ ভিতৰত নথকা মানুহবোৰক আৰু বৰপেটা মহকুমাৰ বাকী গাৱঁবোৰৰ মানুহবোৰক "বাজে গয়া" বুলি কোৱা হ'ল বৰপেটা চহৰৰ বৰপেটীয়া মানুহবোৰে— ঠাট্টাৰ সুৰত।

পুৰণি কামৰূপৰ মানুহবোৰৰ কথিত ভাষা এসময়ত সাহিত্যৰ ভাষা আছিল যদিও বৰ্ত্তমান লিখিত অসমীয়া ভাষা নহয়। উজনি অসমৰ মানুহবোৰে কামৰূপৰ মানুহৰ কথিত ভাষাটোক "ঢেকেৰী" ভাষা বুলি ঠাট্টা কৰে। বৰপেটা চহৰৰ মানুহবোৰৰ কথিত ভাষা হ'ল— "ঢেকেৰী"ৰো ওপৰত। কথা কোৱাৰ 'ঢেক' একেবাৰে বেলেগ— কাৰো লগত নিমিলে। মোৰ জন্মস্থান বহৰিগাওঁত তথা বহৰি সত্ৰত— বৰপেটা মহকুমাৰে এখন গাওঁ। গতিকে সৰুৰ পৰাই মোৰো কথিত ভাষা "ঢেকেৰী" অসমীয়া। কিন্তু কটন কলেজত পঢ়াত, কলিকতাত এম. এ আৰু ল পঢ়াত আৰু চাকৰী জীৱনত অসমৰ বিভিন্ন ঠাইৰ মানুহৰ লগত মিলা-মিচা, কথা-বতৰা হোৱাত মোৰ কথিত ভাষা— "ঢেকেৰী আৰু লিখিত অসমীয়া ভাষা মিশ্ৰিত হৈ গ'ল। আগৰ "ঢেকেৰী" ভাষাত এতিয়া আৰু কথা-বতৰা নচলে। মোৰ কথিত ভাষা এতিয়া এটা 'মিক্‌চাৰ'।

১৯২৬ চনৰ জানুৱাৰী মাহত এল, পি পাচ কৰি আহি বৰপেটা গৱৰ্ণমেণ্ট হাইস্কুলৰ ৪ৰ্থ মান শ্ৰেণীত নাম লগালোঁ (class iv)। তেতিয়া বৰপেটাৰ মণি বাবু স্কুলৰ শিক্ষক — আমাক ৪ৰ্থ মান শ্ৰেণীত ইংৰাজী আৰু ৬ষ্ঠ মান শ্ৰেণীত

বুৰঞ্জী পঢ়াইছিল। মণি বাবুৰ লিখা নাম মহেন্দ্ৰ নাথ চৌধুৰী কিন্তু তেওঁক সকলোৱে মণি বাবু বুলিহে জানে। বগা, ওখই-পাখই এটা থুলন্তৰ মানুহ। সেই সময়ত বৰপেটাৰ এজন চৌখিন মানুহ বুলি কোৱা হৈছিল। দীঘল এজন চৌখিন মানুহ বুলি কোৱা হৈছিল। দীঘল কামিজৰ ওপৰত ধুতি পিন্ধি তাৰ ওপৰত কোট পিন্ধি জুতা মোজা মাৰি স্কুললৈ আহে। তেতিয়া বৰপেটা চহৰত "আন্দাৰ পেণ্ট" ৰ জন্ম হোৱা নাই। ধুতিৰ তলত সোমাই দিয়া কামিজটোৰ অংশটোৱেই "আন্দাৰ পেণ্ট"ৰ কাম কৰে। বৰপেটাত তেতিয়া কোট পেটলুং মাৰা মানুহ সদা উকীল, গিৰিশ উকীলৰ বাহিৰে আন কোনো থকা বুলি মনত নপৰে। কিন্তু পেটলুং আৰু গলাবন্ধ কোট মাৰি আহিছিল লোহিত চন্দ্ৰ নায়ক আৰু ৰাম প্ৰসাদ দাস উকিল।

বৰঁপেটাখন এখন দ ঠাই আছিল। বৰপেটা চহৰখন চাৰিও দিশ চাউলখোৱা, মৰানদী, আৰু নখান্দা নদীৰে আগুৰা। তিনিফালে তিনিটা ঘাট— পূৱে এটা, দক্ষিণে এটা আৰু পশ্চিমে এটা। মৰানদীৰ পৰা এটা ডাঙৰ জান দক্ষিণফালে বৈ গৈছে। সেইজানটোৰ লগা পশ্চিমে বৰপেটা সত্ৰখন। অৰ্থাৎ বৰপেটা সত্ৰৰ পাচফালে এই জানটো। শঙ্কৰ-মাধৱৰ কীৰ্ত্তনৰ সময়ত এই জানটোতে প্ৰতিবছৰে নাও খেল হৈছিল। এই জানটোক 'হাজ্জান' বুলি কোৱা হয়। এই জানটোৰ পূৱফালে বিলৰটাৰী হাটী আৰু তাৰ লগা পূবে এটি মূল ৰাস্তা। এই ৰাস্তাটোতে ১৯৩০ চনত বিদ্যাপীঠ স্কুলৰ জন্ম। স্কুলৰ ওচৰৰ পৰাই এটি সৰু পথ পশ্চিম ফালে হাজ্জানৰ ওচৰলৈ গৈছে। এই পথটোৰ ওচৰ পাজৰৰ ঠাইখিনিৰ নাম আছিল "কুজিদহ"। এই পথটোতে ওপৰোক্ত মণিবাবুৰ ঘৰ। এই মণিবাবুৰ প্ৰথম পক্ষৰ প্ৰথম সন্তান আমাৰ আলোচ্য ব্যক্তি বিনয় ভূষণ চৌধুৰী। তেওঁৰ জন্ম ১৯১৭ চনৰ ৮ এপ্ৰিলত হয় — বৰপেটাৰ এই 'কুজিদহ'তে।

১৯৩০ চনত গান্ধীজীৰ নেতৃত্বত হোৱা আইন অমান্য আন্দোলনত আমি বহুতে স্কুল এৰি কংগ্ৰেছৰ ভলাণ্টিয়াৰ সোমাই আমি বহুজনে জেললৈ যাওঁ। গৱৰ্ণমেণ্ট স্কুল এৰি অহা তথা কথিত উদণ্ড ছাত্ৰবোৰৰ শিক্ষাৰ কাৰণে বৰপেটাৰ স্বাধীনতা প্ৰিয় ৰাইজৰ চেষ্টাত বিদ্যাপীঠৰ জন্ম ১৯৩০ চনতেই। জেলৰ পৰা ওলাই বিদ্যাপীঠতে নাম লিখোঁ— ১৯৩০ চনতে ৮ম মান শ্ৰেণীত। মই গৱৰ্ণমেণ্ট স্কুলৰ ৬ষ্ঠ মান শ্ৰেণীত পঢ়োতে আমাৰ আলোচ্য ব্যক্তি বিনয় ভূষণ চৌধুৰী-- সেই স্কুলৰে ৩ য় মান শ্ৰেণীত নাম লিখে— মোতকৈ তিনিবছৰ 'জুনিয়ৰ'। তেওঁক

'চাৰ' মণিবাবুৰ ল'ৰা বুলি জানিছিলোঁ— কিন্তু আমাৰ লগত কথা-বতৰা নহৈছিল।

আমি বিদ্যাপীঠত পঢ়া সময়ৰ সহপাঠী দুজন মান আৰু জেললৈ একেলগে যোৱা 'হৰেকৃষ্ণ'হঁতৰ ঘৰ সেই কুজিদহঁতে আছিল। বিদ্যাপীঠ সেই অঞ্চলত থকা পৰ্য্যন্ত আমাৰ সেইখিনিতে আড্ডা আছিল। বিনয় চৌধুৰী, দেউতাক গবৰ্ণমেণ্ট স্কুলৰ শিক্ষক কাৰণে গবৰ্ণমেণ্টস্কুলতে পঢ়িবলৈ বাধ্য হৈছিল। তেওঁৰ লগত বাটত লগা লগি হ'লে দুই এক কথা পাতিছিলোঁ— কিন্তু বন্ধুৰ গণ্ডীত পৰা নাছিল। ৭ বছৰ বৰপেটাত ছাত্ৰ হিচাবে থাকি ১৯৩৩ চনত বিদ্যাপীঠৰ পৰা মেট্ৰিক পাচ কৰি বৰপেটা এৰিলোঁ— কটন কলেজত নামি লিখিলোঁ। ১৯৩৬ চনত বিনয় চৌধুৰীও মেট্ৰিক পাচ কৰি কটন কলেজত নাম লিখিলে। মই থকা হোষ্টেল ৪ নং ব্লকতে তেৰোঁ থাকিল। তেতিয়াৰ পৰাহে বিনয়ৰ লগত কথা-বতৰা, হোলি-গোলি আৰম্ভ হ'ল আৰু এবছৰৰ ভিতৰতে মোতকৈ 'জুনিয়ৰ' যদিও বন্ধু হৈ পৰিল।

মই বি. এ. পাচ কৰি কলিকতাত এম. এ. আৰু ল পঢ়িলোঁ— থাকিলো বিখ্যাত হাৰ্ডিঞ্জ হোষ্টলত। বন্ধত ঘৰলৈ আহিলে বৰপেটা চহৰলৈ মাজে মাজে আহি বন্ধু-বান্ধৱবোৰৰ খবৰ কৰোঁ। এদিন বিলৰটাৰী হাবীৰ সেই "কুজিদহ" অঞ্চললৈ গৈ প্ৰথম লগ পালোঁ কাৰাবাসৰ বন্ধু হৰেকৃষ্ণক। "হাও -ভলা কা দেখুন এ-কেথেন আইল্‌হি?" মই কলোঁ— "এথেনে আইছু। বিনয় চৌধুৰী ঘৰোত আছে না?" সি ক'লে — "হো বিনয়। আছে হৰন, যাছু— চা।"

বিনয় চৌধুৰী কটনৰ পৰা বি.এ. পাচ কৰি লক্ষৌত ইংৰাজীৰ এম. এ. আৰু ল পঢ়িলে। তাৰ পিচত আৰু কলিকতাত অসমীয়াৰ এম. এ. পঢ়িলে। সেই সময়ত মই ল পৰীক্ষাৰ ফাইনেল দিব যাওঁতে আকৌ বিনয়ৰ লগত অলপ দিন লগা-লগি হৈছিলোঁ। তাতো তেওঁৰ কথা কোৱা ভাষা সেই বৰপেটীয়া 'ঢেকেৰী' — বৰপেটীয়া কথা কোৱাৰ 'ঢেক' টো একেই আছিল। হাৰ্ডিঞ্জ হোষ্টেলতে আছিল। ল আৰু এম. এ. পঢ়া বহু অসমীয়া ল'ৰা তাত থাকে। আমি কলিকতাত পঢ়োতে হোষ্টেলত থকা বাঙ্গালী ল'ৰা বিলাকে আসাম অৰ্থাৎ অসমৰ পৰা যোৱা ল'ৰাবিলাকক "জংলী" বুলি ভয় কৰিছিল। আনকি অইন হোষ্টেলবোৰত দুই এজন অসমীয়া ল'ৰা থাকিলেও সিহঁতক বাঙ্গালী ল'ৰাবিলাকে ভয় কৰিছিল। আমি যেতিয়া অসম বুলি কওঁ— সিহঁতে "শ্যাম" বুলি কৈছিল। অসমৰ বিষয় একো ধাৰণাই নাছিল— সিহঁতৰ। তেতিয়া সিহঁতৰ ধাৰণা আছিল — অসমখন এখন পাহাৰীয়া জংলী দেশ — ইয়াৰ মানুহবোৰো জংলী, বেচি গোলমাল কৰিলে

কাটি দিব পাৰে। যিহ'ক তেনে ধাৰণা থকা গতিকে আমাৰ অসমীয়া ল'ৰাবিলাক য'তেই নাথাকক, প্ৰভুত্ব কৰি থাকিব পাৰিছিল। হাৰ্ডিঞ্জৰ কথা তেনেই বেলেগ, কাৰণ হাৰ্ডিঞ্জত তেতিয়া বহু অসমীয়া ল'ৰা আছিল।

তাৰ পিচত বিনয়ৰ লগত মোৰ দেখা-শুনা কমেই হৈছিল। এম. এ. পাচ কৰাৰ পিচত তেওঁ প্ৰথমে গুৱাহাটীৰ Handique Girls' College খনত ১৯৪৬ চন পৰ্য্যন্ত অধ্যাপনা কৰাৰ পিচত কটন কলেজত অসমীয়া বিষয়ত অধ্যাপনা কৰি মুৰব্বী অধ্যাপক হিচাপে কটন কলেজৰ পৰাই ১৯৭৫ চনত অৱসৰ লয়। হোষ্টেলত 'চুপাৰ' আছিল গুৱাহাটীত। তেওঁৰ বিবাহ পলমকৈ হৈছিল হেণ্ডিক কলেজৰে এগৰাকী অধ্যাপিকাৰ লগত। বিবাহিত জীৱন সুখী বুলিয়ে ক'ব লাগিব। এজনী ছোৱালীসহ যৈণীয়েকক এৰি ১৯৯৮ চনৰ ২০ জুন তাৰিখে ইহ সংসাৰ ত্যাগ কৰে।

মই ১৯৭১ চনৰ ১ ফেব্ৰুৱাৰী তাৰিখে অৱসৰ লওঁ। অৱসৰৰ পিচত বিনয় চৌধুৰী আৰু মই দুয়ো বিহাবাৰীৰ বাসীন্দা হোৱা কাৰণে সদায় লগা লগি হওঁ আৰু নানা সামাজিক কামত অংশ গ্ৰহণ কৰিবলগীয়া হয়। তেতিয়াৰ পৰাই বিনয় চৌধুৰীৰ লগত প্ৰায় সদায়ে দেখা সাক্ষাৎ হয়— ঘৰলৈ পৰস্পৰৰ আহ যাহ ও হৈছিল। সেয়েহে তেওঁ মানুহজনৰ বিষয়ে মই জানিবলৈ সুবিধা পাওঁ।

বৰপেটা চহৰৰ উচ্চ শিক্ষিত মানুহবোৰৰ ভিতৰত ১ নং বৰপেটীয়া অধ্যাপক ৰাধাকান্ত দাস আৰু ২ নং বৰপেটীয়া হ'ল অধ্যাপক বিনয় ভূষণ চৌধুৰী। ৰাধা বাবুৱে শিক্ষা বিভাগৰ ওপৰ খাপৰ চাকৰি কৰিও কথা বতৰাত বৰপেটাৰ সেই 'ঢেকেৰী' ভাষাটো এৰিব নোৱাৰিলে। যাৰে লগতে কথা নাপাতক লিখা অসমীয়া ভাষা তেওঁৰ মুখত নোলায়। আমাৰ আলোচ্য ব্যক্তি বিনয় ভূষণ চৌধুৰীৰো কথা পতা ভাষা সেই বৰপেটীয়া 'ঢেকেৰী' ভাষা — 'ঢেক'টোও বৰপেটীয়া। এই দুজনেই তেতিয়া শিক্ষা বিভাগত বৰপেটা চহৰৰ 'মুধাফুটা' লোক আছিল। কিন্তু মৃত্যু পৰ্য্যন্ত কথা-বতৰাত তেওঁলোক দুজনেই খাঁটী বৰপেটীয়া বুলি জনাজাত হৈয়ে থাকিল। বিনয় বাবুই মোৰ ঘৰলৈ আহি দূৰৰপৰাই মাতে— "অ' ভলা বাবু আছবা?" তেওঁ কেতিয়াবা আপুনি কেতিয়াবা তুমি সম্বোধন কৰে। সেইটো মোৰো স্বভাব। প্ৰায়বোৰ বৰপেটীয়া মানুহৰে তেনেকুৱা হয়-বেচি হোলি-গোলি হ'লে।

বিনয় ভূষণ চৌধুৰী গুৱাহাটী মিউনিচিপাল কৰ্পোৰেচনৰ তৃতীয়জন 'মেয়ৰ' আৰু একেৰাহে তিনিবাৰ 'মেয়ৰ' আছিল। তেওঁ কোনো ৰাজনৈতিক দলৰ সদস্য নহয়। কিন্তু তথাপি "মেয়ৰ" হ'ব পাৰিছিল। কি গুণত? তেওঁ সকলোৰে প্ৰতি সমভাৱ, কাৰো অন্যায় নিবিচাৰিছিল; কথা-বতৰাত অতি বিনয়, নিস্বাৰ্থী আছিল। সৰু-বৰ সকলোৰে প্ৰতি সহৃদয়তা। সেয়েহে তেওঁক সকলোৱে ভাল পাইছিল— সন্মানো কৰিছিল। কৰ্পোৰেচনৰ সৰু-বৰ সকলো কৰ্মীয়ে তেওঁক ভাল পাইছিল। এটি সৰু উদাহৰণ দিওঁ। এদিন মই আৰু দুৰ্লভ চৌধুৰী দুয়ো কৰ্পোৰেচনৰ আয়ুক্তৰ অফিচলৈ কিবা কাৰণ এটাত গৈছিলোঁ আৰু তেওঁৰ লগত কথা-বতৰা পাতি আছিলোঁ। কাষৰ কোঠা এটাত 'মেয়ৰ' বহে। বিনয় চৌধুৰী কোঠাৰ পৰা ওলাই আহি এটা পিয়নক ক'লে— "হে -- এক গিলচ পানী দিবা পাৰ্‌বি? পিয়াহ লাগ্‌ছে এ--।" আমাক দেখি তেৰোঁ আমাৰ কাষলৈ এখন চেয়াৰ টানি আনি বহিল। পিয়নে পানী গিলাছ আনি দিলে-- পানী খাই গিলাছটো দি দিলে। আয়ুক্তই ঠিয় হৈ ক'লে— "চাৰ! আপুনি ইয়ালৈ পানী বিচাৰি নাহি পিয়নক "Calling Bell" ত মাতি ক'লেও হ'লহেঁতেন। মেয়ৰ চৌধুৰীয়ে ক'লে— "হেৰা তাক মাতি নেনি মইয়ে আহি গেলু কিবা বয়া হ'ল নেকি?" কথা শুনি আমি সকলোৱে নিমাত হৈ থাকিলোঁ। এই সৰু কথাটোৱেই তেওঁৰ বহল হৃদয়ৰ চিনাকী দিয়ে।

সত্তৰৰ দশকত আমাৰ দুয়োৰো অৱসৰৰ পিচত এবাৰ প্ৰথমে আৰ্য্য বিদ্যাপীঠ উচ্চতৰ মাধ্যমিক স্কুলৰ মেনেজিং কমিটিৰ মোক প্ৰেচিডেণ্ট আৰু বিনয় চৌধুৰীক এজন সদস্য পাতিছিল। স্কুলৰ অধ্যক্ষ নিযুক্তি দিয়ালৈ বৰ গোলমাল হৈছিল। ছাত্ৰবোৰে আন্দোলন কৰিলে— পিকেটিং কৰিলে-- স্কুল বন্ধ হৈ গ'ল। তেতিয়া কমিটিৰ প্ৰাৰ্থনা মতে অধ্যক্ষক চেক্ৰেটাৰী পদৰ পৰা গুচাই বিনয় চৌধুৰীক চেক্ৰেটাৰী পাতিলে। আন্দোলনৰ কাৰণে কমিটিখন স্কুলত বহিব নোৱাৰাত চৌধুৰীৰ ঘৰতে মিটিং পাতিছিলোঁ। কেচটো গৱৰ্ণমেণ্টৰ ওপৰ খাপলৈ গৈছিল— হাইকোৰ্ট পৰ্য্যন্তও গৈছিল। কিন্তু আমি দিয়া নিযুক্তি বৈ গ'ল।

তাৰপিচত আকৌ আৰ্য্য বিদ্যাপীঠ কলেজৰ Governing Body ত মোক প্ৰেচিডেণ্ট আৰু বিনয় চৌধুৰীক এজন সদস্য পাতিছিল। কলেজ পৰিচালনা আমি ভালদৰেই কৰিছিলো। এই দুয়ো ক্ষেত্ৰতে বিনয় চৌধুৰীৰ যুক্তি পৰামৰ্শই বহুখিনি কাম দিছিল।

ইয়াৰ উপৰিও তেওঁ City Montessory High Schoolৰ আৰু Banikanta Girls High School মেনেজিং কমিটিৰ প্ৰেচিডেণ্ট আছিল। আকৌ ৰাধা গোবিন্দ বৰুৱা কলেজৰ তেওঁ Founder President আছিল। তেওঁ Banikanta B.Ed. কলেজৰ লগতো বিশেষভাবে জড়িত আছিল। মই ৰিহাবাৰীৰ বাসীন্দা হোৱাৰ বহুবছৰ আগৰ পৰাই অনুমান ১৯৫০/৫১ চনৰ পৰাই ৰিহাবাৰীত এটি উন্নয়ন সমিতি আছে। আৰম্ভণিৰ পৰাই ˚দুৰ্লভ চৌধুৰী, বিনয় ভূষণ চৌধুৰী, ˚গিৰিধৰ শৰ্মা আদি বহুজন এই সমিতিৰ সক্ৰিয় সদস্য আছিল, মাজে মাজে বিষয় ববীয়াও আছিল। মই ১৯৬৯ চনৰ পৰা ৰিহাবাৰীৰ বাসীন্দা। মোকো˚ দুৰ্লভ চৌধুৰী আৰু বিনয় চৌধুৰীয়ে উন্নয়ন সমিতিলৈ টানিলে। এই উন্নয়ন সমিতিৰ সদস্য সকলে বৃহত্তৰ ৰিহাবাৰীৰ নানা দিশত উন্নয়নৰ কাৰণে নিস্বাৰ্থ আৰু একনিষ্ঠ ভাবে কাম কৰিছিল। ৰিহাবাৰীৰ 'শ্মশান' খন প্ৰতিষ্ঠা কৰাত, আৰ্য্য পাঠশালা স্কুল, আৰ্য্য বিদ্যাপীঠ হাইস্কুল, আৰ্য্য বিদ্যাপীঠ কলেজ স্থাপনত˚ গিৰিধৰ শৰ্মা,˚ দুৰ্লভ চৌধুৰী আদিৰ লগতে বিনয় ভূষণ চৌধুৰীৰ অৱদানো উল্লেখযোগ্য।

বিনয় চৌধুৰীৰ সৰুৰ পৰাই এটা স্বভাৱ আছিল ক'ত কি ঘটে নিজে বা অইনৰ হতুৱাই খবৰ যোগাৰ কৰা। গুৱাহাটীত কটন কলেজত অধ্যাপনা কৰাৰ সময়ৰ পৰাই আৰু অৱসৰৰ পিচত "মেয়ৰ" হৈ থকাত তেওঁ বিভিন্ন ৰাজনৈতিক দলৰ মানুহবোৰৰ লগত মিলা-মিচা আছিল। সেয়েহে গুৱাহাটীত তথা অসমত ঘটি থকা ঘটনাবোৰৰ খবৰ পাইছিল। ব্যৱসায়ত সাংবাদিক নহলেও— তেওঁ এজন সংবাদ ৰখা মানুহ আছিল আৰু সংবাদ বিলাক কাগজত উঠাৰ আগেয়ে লগৰ বন্ধু বিলাকৰ ঘৰলৈ গৈ হলেও কৈ ভাল পাইছিল। মই ৰিহাবাৰীৰ বাসীন্দা হোৱাৰ পিচত প্ৰায়ে মোৰ ঘৰলৈ আহে। "অ' ভলা বাবু। খবৰ পাইছুৱা?" "আজি কি খবৰ আনছু কৱাচুন।" এটা নতুন খবৰ দিলে। এনেকৈ প্ৰায়ে নতুন নতুন খবৰ আনে। তেতিয়া মই বিনয় ভূষণ চৌধুৰীক "BBC" নাম দিলোঁ-- একেবাৰে নিজৰ নামত মিলি গ'ল। তেতিয়াৰ পৰা মই BBCৰ পৰা সদায় নতুন নতুন খবৰ পাইছিলোঁ। তেওঁৰ অবৰ্ত্তমানে মই "তাজা" খবৰ পোৱাৰ এটা Source নোহোৱা হৈ গ'ল।

বিনয় ভূষণ চৌধুৰীৰ চৰিত্ৰত এনেকুৱা বহুতো বিশেষত্ব আছিল— যিবিলাক সচৰাচৰ অইনৰ ক্ষেত্ৰত দেখা নাযায়। তেওঁৰ আটাইতকৈ ডাঙৰ গুণ হৈছে— তেওঁ সৰু বৰ সকলোকে সমভাবে ভাল পায় আৰু প্ৰত্যেককে নিজৰ মানুহৰ নিচিনা ব্যৱহাৰ কৰে। তেওঁ কলেজত অধ্যাপনা কৰি থকা দিনবোৰত কলেজৰ

ভিতৰে-বাহিৰে ছাত্ৰ-অধ্যাপক সকলোকে আপোন যেন ভাবিছিল আৰু মৰমতে ছাত্ৰবোৰক, আনকি অধ্যাপক সকলোকো কেতিয়াবা "গৰু" কেতিয়াবা "গাধা" বুলি সম্বোধন কৰিহে কথা আৰম্ভ কৰিছিল। ছাত্ৰবোৰৰ প্ৰায়বিলাককে "তই" বুলি আনকি বহুতো অধ্যাপককো মাজে মাজে "তুমি" মাজে মাজে "তই" বুলিয়ে সম্বোধন কৰিছিল। বেচি সময় কথা পাতিলে কেতিয়াবা "তই" বুলিও কোৱা দেখা গৈছিল। কিন্তু তেওঁৰ এনেকুৱা ব্যৱহাৰত কোনোৱে বেয়া নাপাইছিল। এটি সৰু ঘটনাৰ কথা কওঁ। কটন কলেজত অধ্যাপনা কৰি থাকোতে এদিন কলেজৰ অফিচ ৰুমলৈ গৈ — এজন কেৰাণীক (নতুন কৈ অহা) ক'লে— "এই গৰু! মোৰ দৰমহাৰ increment টো এইবাৰৰ দৰমহাৰ লগত যোগ দিয়া নাই কিয়ো ৰে?" গৰু বুলি কোৱা কাৰণে আগতে বিনয় চৌধুৰীৰ কথা নাজানা কাৰণে— কেৰাণী জনৰ খং উঠিল— ক'লে "আপুনি মোক গৰু বুলি মাতিব কিয়?" বিনয় চৌধুৰী একো প্ৰত্যুত্তৰ নকৰি— common room লৈ চুবচাব্ গুছি গ'ল। কেৰাণীজনে বিনয় চৌধুৰীৰ বিৰুদ্ধে এখন দৰ্খাস্ত লিখি কলেজৰ অধ্যক্ষৰ কোঠাত সোমাই তেওঁৰ আগত দিলে— মুখেৰেও আপত্তি জনালে। তেতিয়া অধ্যক্ষ মোৰ যিমান দূৰ মনত পৰে জলিল চাহাব আছিল। "আপুনি বহকচোন— মই চৌধুৰীক মতাই আনোঁ।" তেওঁ চৌধুৰীক মাতি আনিবলৈ এজন পিয়ন পঠাই দিলে। বিনয় চৌধুৰী অধ্যক্ষৰ কোঠাত সোমাইয়ে ক'লে— "এ-গৰু! মোক কিয়ো মাত্‌ছাৰে?" অলপ পিছত আহিব বুলি চৌধুৰীক পঠাই দিলে। কেৰাণী জনক ক'লে— "দেখিলেনে?" কেৰাণীজনে ক'লে— "চাৰ! আপোনাকে গৰু বুলি ক'লে যেতিয়া— মই দৰ্খাস্তখন উঠাই ললোঁ।" অধ্যক্ষই ক'লে— "আপুনি নতুনকৈ আহিছে— সেয়েহে তেওঁৰ কথা নাজানে। এই মানুহজনে সকলোকে আপোন যেন দেখে। তেওঁ 'গৰু', 'গাধা' বুলি সম্বোধন কৰাটো— তেওঁৰ মৰমৰ মাত।" কেৰাণীজনে দৰ্খাস্তখন লৈ ওলাই গ'ল— আৰু অধ্যাপক সকলৰ common room লৈ গৈ বিনয় চৌধুৰীক নমস্কাৰ কৰি মাফ কৰিবলৈ অনুৰোধ কৰিলে। বিনয় চৌধুৰীয়ে হাঁহি হাঁহি ক'লে— "এ-গাধা! মই একো বেয়া নাপাংযা। মোৰ দৰমহাৰ বিল খেন ঠিক কে কোৰ্‌বি।" এই জনেই নিষ্ঠাবান, নিস্বাৰ্থী, সকলোকে আপোন কৰিব খোজা বিনয় ভূষণ চৌধুৰী। মই জনাত বিনয় চৌধুৰীৰ সকলোৱে মিত্ৰ নহলেও, তেওঁক বেয়া পোৱা মানুহ মই লগ পোৱা নাই।

বিনয়ৰ দেউতাক আমাৰ 'চাৰ' মণি বাবুও এজন বেলেগ ধৰণৰ মানুহ আছিল। আমি স্কুলত পঢ়োতে বৰপেটাত জুতা পিন্ধা মানুহ আঙুলিৰ মূৰত গণিব পাৰি। জুতাৰ দোকান এখনেই আছিল— "ঢাকোৱালীৰ"। জুতা বিক্রি অতি কম থকা কাৰণে-দোকানীয়ে অইন্ বস্তু কিবা কিবি ৰাখি দোকান চলাবলগীয়া হৈছিল। তেওঁৰ দোকানত 'খৰম' বিক্রিও হৈছিল। আমি হোষ্টেলত সকলোৱে খৰম পিন্ধিছিলোঁ। মই নাম লিখাৰ পাচতে এজোৰ জুতা কিনিছিলোঁ-ছয় টকা দি জুতা উচ্চ ধৰণৰে আছিল — কিন্তু এদিন দুদিন পিন্ধি আৰু পিন্ধা নহল। লোকক দেখুৱাবৰ কাৰণেই যেন কিনা হ'ল। আগতে কৈ আছিলাবেই কোনবিলাক মানুহে আৱশ্যক বোধে জুতা পিন্ধিছিল। স্কুললৈ কোনো ল'ৰাই জুতা চেন্দেল পিন্ধা পৰিবেশো নাছিল— বৰপেটাত। বাৰিষা প্রায় ৰাস্তাতে পানী হয়—জানবোৰেদি নাও চলে। ৰাস্তাবোৰ কেঁচা কাৰণে— খৰালি ৰাস্তাবোৰৰ ওপৰত ধুলি হয়। ৰাস্তাবোৰ বাৰিষা পানীৰ তলত, খৰালি ধুলিময় আৰু মাজৰ সময় খিনিত খৰালিৰ আগে পাছে বৰষুণ হ'লে বোকা হয়। তথাপি আমোলাপট্টিত থকা হাকিম, উকীল আদি বাহিৰৰ পৰা অহা গবৰ্ণমেণ্ট বিষয়া সকলে জুতা বা চেন্দেল কিবা এবিধ পিন্ধে বাৰিষাৰ পানী নহ'লে। পানী হলেও জুতা চেন্দেল হাতত লৈ খোজকাঢ়ি পানী ভাঙি গৈ শুকান ঠাই পালে পিন্ধি লয়। খৰালিত তেতিয়া জুতা পিন্ধ গ'লে— জুতা ধুলিৰে বগা পৰি যায়— ধুতি পিন্ধাবোৰে ধুতিৰ আচলেৰে ধুলি জোকাৰি পেলাব লগা হয়। সেয়েহে খৰালিতো অলপ মানুহৰ বাহিৰে বাকীবোৰে কোনোৱে জুতা চেন্দেল নিপিন্ধে। আমাৰ আলোচ্য ব্যক্তি বিনয় চৌধুৰীয়ে স্কুলত পঢ়ি থাকোতে জুতা চেন্দেল পিন্ধা দেখা নাই। কলজলৈ অহাৰ পিচত চেন্দেল পিন্ধিছিল— আৰু গোটেই জীৱনটোতে চেন্দেল পিন্ধিয়ে গ'ল। মই দেখাত তেওঁ সদায় ধুতি পাঞ্জাবী হে পিন্ধা দেখিছিলোঁ। কলেজত অধ্যাপনা কৰোতে যদি কেতিয়াবা কোট পেটলুং পিন্ধিছিল নাজানোঁ।

ছাত্র অৱস্থাত ৭ বছৰ আৰু কৰ্মজীৱনৰ প্রাৰম্ভনীতে ৮বছৰ কাল বৰপেটাত আছিলোঁ। এই ১৫ বছৰ কালত নানা কাৰণে বৰপেটা চহৰখনৰ চুকে-কোণে যাব লগা হৈছিল— সকলো প্রকাৰ মানুহৰ লগতে মিলা-মিচা কৰিবলগীয়া হৈছিল আৰু প্রায় মানুহকে চিনি পাইছিলোঁ। প্রবন্ধ দীঘল হৈ আহিল— গতিকে বিনয় চৌধুৰীৰ বিষয়ে আৰু তেওঁৰ দেউতাক মণিবাবুৰ বিষয়ে আৰু বেচি লিখিব খোজা নাই। আৰু দুই এক কথা কৈ সামৰিব খুজিছোঁ।

১৯৬৯ চনৰ পৰা ৰিহাবাৰীত বিনয় চৌধুৰীৰ লগত সদায়ে উঠক-বৈঠক, আহ্-যাহ্, যোগাযোগ আছিল তেওঁ এজন খাটী বৰপেটীয়া ভদ্রলোক আছিল কথাকোবাৰ ভাষাৰ বা "ঢেক" ৰ লৰচৰ নহৈছিল। তেওঁ এজন নিষ্ঠাবান, নিস্বার্থী, সৰু বৰ সকলোকে আপোন কৰি ল'ব পৰা, আৱশ্যকবোধে সকলোকে সহায় কৰাৰ ইচ্ছা থকা লোক আছিল। অতি বিনয়ী, সকলোকে মৰম লগা মাতেৰে বন্ধু কৰি ল'ব পৰা গুণ তেওঁৰ আছিল। কাৰো প্ৰতি তেওঁৰ হিংসাভাব নাছিল। সেয়েহে তেওঁৰ মৃত্যুৰ সময়ত সৰু বৰ, পুৰুষ-মহিলা, ল'ৰা-ছোৱালী সকলো ধৰণৰ মানুহ তেওঁৰ চোতালত উপস্থিত হৈ শেষ শ্ৰদ্ধা জনাইছিল।

এই সুপুৰুষ সুহৃদয়ৰ মানুহজনৰ আত্মাৰ সদগ্তি হওক — তেওঁৰ আত্মাই চিৰ শান্তিত থাকক— এই প্ৰাৰ্থনাকে জনালো পৰমেশ্বৰৰ ওচৰত। ●

# বিনয় ভূষণ চৌধুৰী ছাৰৰ স্মৃতিত

ৰিজু হাজৰিকা

বিনয় ভূষণ চৌধুৰী। কটন কলেজৰ অধ্যাপক বিনয় ভূষণ চৌধুৰী ছাৰ আছিল বহু গুণৰ অধিকাৰী। মাত কথা আছিল অমায়িক, চেনেহ সনা আন্তৰিক। তেখেতৰ ওচৰত এবাৰ গৈ বহিলে উঠি আহিবৰ মন নাযায়। ইয়াৰ প্ৰধান কাৰণ হ'ল ছাৰৰ অমায়িকতা। ৰসাল কথকী। শ্ৰেণীত পাঠদান কৰোতেও ছাৰে প্ৰথমতে ৰসাল কথাৰে পাঠ আৰম্ভ কৰিছিল। সেয়ে ছাৰৰ ক্লাচত ছাত্ৰ-ছাত্ৰী ভিৰ হৈ আছিল। কলেজলৈ নোযোৱা আৰু পলমকৈ গৈ সোনকালে অহা অভ্যাস ছাৰৰ কোনো দিনেই নাছিল।

কঁটন কলেজৰ পৰা সু-স্বাস্থ্যলৈ অৱসৰ গ্ৰহণ কৰি চৌধুৰী ছাৰে বিভিন্ন সমাজৰ গঠন মূলক কামত আত্ম নিয়োগ কৰিছিল। তাৰে ভিতৰত ৰাধা গোবিন্দ বৰুৱা কলেজৰ পৰিচালনা সমিতিৰ চেয়াৰমেন হিচাপে কেবা বছৰো কাৰ্য নিৰ্বাহ কৰিছিল আৰু সেই সময় চোৱাত কলেজখনো এটা উন্নত ৰূপ লৈছিল। এই ক্ষেত্ৰত আমি প্ৰাক্তন অধ্যক্ষ ফণিধৰ কলিতাৰ নামো লোৱা উচিত হ'ব। তেখেতেও দেহে-কেহে কলেজৰ উন্নতিৰ হকে চেষ্টা কৰিছিল। প্ৰত্যেকটো কামতে বিনয় ভূষণ চৌধুৰী ছাৰেও অধ্যক্ষ কলিতাৰ লগত আলোচনা কৰিহে কলেজৰ হকত লগা কামবোৰত অগ্ৰসৰ হৈছিল। কলেজলৈ প্ৰায়ে আহিছিল আৰু কেনেকুৱা আঁচনি হাতত ললে কলেজখনৰ উন্নতি হ'ব তাৰেহে চিন্তা-চৰ্চা কৰিছিল।

ছাৰে মেধাবী ছাত্ৰক বৰ মৰম কৰিছিল। তেখেতৰ মতে মেধাবী ছাত্ৰ-ছাত্ৰীসকলে আৰু স্কুল কলেজতে শিক্ষকতা কৰি জীৱিকা উলিয়াবৰ চিন্তা কৰিব নালাগে। আন আন সৰ্ব ভাৰতীয় চাকৰিবোৰৰ কাৰণে পৰীক্ষা দি আগবাঢ়ি যাব লাগে। সেই কাৰণে তেওঁৰে এজন মেধাবী ছাত্ৰ কলেজৰ শিক্ষক হ'বলৈ আহোতে ছাৰে কৈছিলঃ কি ঐ গাধ, তয়ো মাষ্টৰ হ'বলৈ আহিছ? "গাধ" শব্দটো আছিল তেখেতৰ মৰমৰ সম্বোধন। আপী, আপা শব্দৰেও বহুতকে সম্বোধন কৰিছিল ছাৰে। "কিয়ে আপী/আপা, পঢ়া-শুনা কৰি আছ নে নাই?" — এয়া আছিল ছাৰৰ আন্তৰিক মৰম ছাত্ৰ-ছাত্ৰীৰ প্ৰতি।

ছাৰৰ আৰু এটা বিশেষ গুণ আছিল — কোনোবাই বিয়া বাৰু অথবা আন কিবা ঘৰুৱা কাজ-কৰ্মত নিমন্ত্ৰণ কৰিলে এবাৰ হ'লেও দেখা দিয়া। সভা-সমিতিলৈ

নিমন্ত্ৰণ কৰিলেও সময়মতে উপস্থিত হৈছিল। ছাৰে যিখন সভাত সভাপতিত্ব কৰিছিল— সেইখন অতি সুকলমে পৰিচালনা কৰা দেখা গৈছিল। বক্তাসকলক কৈছিল— বেছি কথা নকবদেই কমকৈ ক'ব, সাৰাংশ খিনিহে ক'ব। পেঘেনিয়াই নাথাকিব। ছাৰক কোনেও বেয়াও নাপাইছিল। ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য, ৰজনী কান্ত দেৱ শৰ্মা, লক্ষ্যধৰ চৌধুৰী ছাৰসকলৰ দৰে চৌধুৰী ছাৰৰ ভাষণো আছিল ধেমেলীয়া ৰসাল অথচ সাৰুৱা। ধেমেলীয়া কথা কৈ ছাৰে নিজে কিন্তু নাহাঁহিছিল।

চৌধুৰী ছাৰৰ আন এটা বিশেষ গুণ আছিল— ৰোগীৰ খবৰ লোৱা। কাৰোবাৰ মুখতো যদি শুনে যে অমুকা/আমুকীৰ অসুখ। ছাৰে খবৰ ল'বলৈ গৈছিল। নিজৰ সামৰ্থ্য অনুসাৰে ছাৰে আৰ্থিক সাহায্যও আগবঢ়াইছিল।

গুৱাহাটী পৌৰ নিগমৰ মেয়ৰ হৈ থকা কালত ছাৰে খুব নিষ্ঠা আৰু আন্তৰিকতাৰে পৌৰ নিগমৰ সকলোবোৰ দুৰ্বল দিশতে মনোনিবেশ কৰিছিল আৰু নাগৰিকৰ সকলো সুবিধাৰ কাৰণে চোকা দৃষ্টি ৰাখিছিল। ছাৰ সকলো লোকৰ মাজতে এজন জনপ্ৰিয় লোক আছিল। এজন শিক্ষাবিদ, সমাজকৰ্মী, মৰমীয়াল, সহযোগকাৰী ব্যক্তি আছিল। ছাৰে মোক হাজৰিকা বুলিহে মাতিছিল। আৰু মোৰ লেখা-মেলাৰো খবৰ ৰাখিছিল। এদিন মোক কৈছিলঃ তুমি হলি ৰাম ডেকা আৰু ৰমা দাসৰ গল্পবোৰ পঢ়িবা। গল্প সদায় বাস্তৱবাদী হ'ব লাগে আৰু গল্পত ৰস থাকিব লাগে।

এদিন মই ছাৰক চাকৰি এটা দিয়াৰ কথা কৈছিলো। ছাৰে ক'লেঃ মইতো চাকৰি দিব নোৱাৰোঁ। কিন্তু অৰ্হতা থাকিলে পাবা। আমাকনো কোনে চাকৰি দিছিল। ছাৰৰ এইবোৰ ব্যক্তিত্বৰ কথা প্ৰায়ে মনত পৰে।

ছাৰৰ প্ৰতি শ্ৰদ্ধা জনাই এইখিনি কথা সুঁৱৰিলো। ছাৰৰ আত্মাই শান্তি লাভ কৰক— এই আন্তৰিকতাৰে। ●

# দাদা বিনয় ভূষণ চৌধুৰীৰ সোঁৱৰণত

**নৰেন্দ্ৰনাথ চৌধুৰী**

উচ্চ শিক্ষাৰে শিক্ষিত, সৰল, মৃদুভাষী, ব্যক্তিগত আৰু সমাজৰ বহু সমস্যা সহজভাবে লৈ সমাধা কৰিব পৰা ব্যক্তিজনেই হ'ল প্ৰয়াত বিনয় ভূষণ চৌধুৰী। সামাজিক জীৱনত সদায়েই তেওঁ মধ্যম পন্থা গ্ৰহণ কৰিছিল। সকলো শ্ৰেণীৰ লোকৰ মাজত নিজকে প্ৰতিষ্ঠা কৰি এখন সমাজক গতিশীল কৰিব পৰা সামৰ্থ্য তেওঁৰ আছিল।

তেওঁৰ কৰ্ম্মময় জীৱনত অন্যান্য কৰ্ম্মৰাজিৰ কথা বাদ দি তেওঁ থকা ঠাইখনিৰ উন্নয়নৰ বাবে কৰা কামবোৰৰ বাবে সকলোৰে মাজত তেওঁ এজন সমাজ কৰ্ম্মী ৰূপেও পৰিগণিত হৈছিল।

দাদাৰ বিষয়ে লিখিবলৈ হ'লে মই ভাবো আমাৰ পৰিয়ালৰ বিষয়েও কিছু কথা নকলে মোৰ লিখনী আধৰুৱা হৈ ৰ'ব। আমাৰ পৰিয়ালৰ প্ৰায় সকলোৰে শিক্ষকতা কৰিহে ভাল পাইছিল। মোৰ ককাদেউতা ˚সুশীল চৌধুৰীয়ে মাহিলি তিনি টকাৰ দৰ্ম্মহাৰে শিক্ষকতা কৰিছিল। আমাৰ পিতাই (˚মহেন্দ্ৰ নাথ চৌধুৰী)য়ে ৰাজসাহী মহাবিদ্যালয় (চৰকাৰী মহাবিদ্যালয়)ৰ পৰা এন্ট্ৰেন্স পৰীক্ষাত উত্তীৰ্ণ হৈ অহাৰ পাছতেই তেওঁক চৰকাৰে S.D.C. আৰু শিক্ষক এই দুয়োটা কামৰ ভিতৰত তেওঁ কোনটো পদ গ্ৰহণ কৰিব জানিব বিচাৰিলে। পিতাই কিন্তু মাহিলি ২৩ টকা দৰ্ম্মহাৰ শিক্ষকৰ পদহে গ্ৰহণ কৰিলে। উজনি আৰু নামনি অসমৰ বহু ঠাইতে শিক্ষকতা কৰি অৱশেষত বৰপেটা চৰকাৰী হাইস্কুলৰ পৰা প্ৰধান শিক্ষক ৰূপে অৱসৰ লয়।

এইখিনিতে উল্লেখ কৰিছোঁ যে দাদাৰ ১৯১৬ চনত বৰপেটাত জন্ম হয়। বৰপেটাতে তেওঁ শিক্ষাৰ পাতনি মেলে। বৰপেটা চৰকাৰী উচ্চ ইংৰাজী বিদ্যালয়ৰ পৰা প্ৰবেশিকা পৰীক্ষাত উত্তীৰ্ণ হয়। সেই সময়ত তেওঁৰ সহপাঠী সকল আছিল ˚লাৱণ্য চৌধুৰী, ˚জয় কৃষ্ণ চৌধুৰী, ˚ব্ৰহ্মানন্দ পাঠক, ˚কনদা (শ্ৰী চিদানন্দ দাসৰ ভাতৃ) ˚মনোৰঞ্জন চৌধুৰী আৰু শ্ৰীদ্বিজেন দাস। বহুতৰে নাম মই পাহৰিছোঁ। কাৰণ মই তেতিয়া তৃতীয় শ্ৰেণীৰ ছাত্ৰহে আছিলোঁ।

আমাৰ আবুয়ে (আইতা) দাদাৰ ল'ৰালি কালৰ দুই এটা কথা কোৱা এতিয়াও মনত আছে। দাদাৰ তিনিমাহ হওঁতেই আঠুৱাত জুই লাগি ভৰিৰ বহখিনি ঠাই জুইয়ে পুৰিছিল। সেই জুইয়ে পোৰা চিন ভৰিত থাকিয়েই গ'ল। সৰুৰে পৰা দাদা বৰ আলসুৱা আছিল। পঢ়াশালিলৈ যাওঁতে, ছুটীৰ সময়ত পিছে পিছে এজনে কিতাপ-চিলেট লৈ যোৱাৰ কথাৰ আবুৰ মুখত হে শুনিছিলো। সৰুতে তেওঁৰ খেল-ধেমালিতো বৰ ৰাপ নাছিল। পঢ়-শুনা কৰিহে ভাল পাইছিল বুলি কৈছিল।

তেওঁ প্ৰবেশিকা পৰীক্ষা পাচ কৰি কটন কলেজতে 'আই এ' শ্ৰেণীত নাম লগায়। আমাৰ পিতাৰ নলেগলে লগা বন্ধু এড্‌ভোকেট ˚হেমচন্দ্ৰ মেধিদেৱে (এড্‌ভোকেট˚ জগদীশ মেধিৰ ককায়েক) দাদাক Science পঢ়াবলৈহে কৈছিল। কিন্তু মোৰ পিতাই সেই কথা নেমানিলে আৰু ক'লে যে তাৰ ইংৰাজী আৰু অসমীয়া ভাষা লেখাত বৰ হাত আছে সি 'Arts' পঢ়াহে ভাল হ'ব। কটন কলেজৰ পৰাই তেওঁ বি.এ ডিগ্ৰী লয়। কিছুদিন বৰপেটাৰ স্কুলত শিক্ষকতাও কৰে। পুনৰ তেওঁ কলকাতালৈ গৈ এম এ (অসমীয়া বিষয়) আৰু 'ল' পঢ়িবলৈ লয়। কলকাতাত পঢ়োতে তেওঁ হাৰ্ডিঞ্জ হোষ্টেলত আছিল। তেওঁৰ Room mate আছিল ˚ৰজনীকান্ত চৌধুৰী (সৰুপেটা) ১৯৩৮ চনত মইয়ো কলকাতালৈ গৈ দাদাৰ লগত দুদিন মান আছিলো। কলকাতা বিশ্ববিদ্যালয়ৰ পৰা এম. এ. ডিগ্ৰী লৈ আহে। পুনৰ তেওঁ লক্ষ্ণৌলৈ গৈ লক্ষ্ণৌ বিশ্ববিদ্যালয়ত ইংৰাজী বিষয়ত এম. এ. আৰু ল' পঢ়ে। সেই বিশ্ববিদ্যালয়ৰ পৰাই এম. এ. (ইংৰাজী) আৰু 'ল' ডিগ্ৰী লৈ আহি 'সন্দিকৈ ছোৱালী মহাবিদ্যালয়ত অসমীয়া বিভাগত যোগদান কৰে। ১৯৪৬ চনত এই কলেজ deprovincislize হোৱাত তেওঁ কটন কলেজত অসমীয়া বিভাগত শিক্ষকতা কৰে আৰু এই কলেজৰে পৰাই অৱসৰ লয়।

কটন কলেজতে B.Sc. পঢ়োতে মই, দাদা আৰু এজন মামাৰ ল'ৰাই (দীন) ৰিহাবাৰীত এটি সৰু খেড়ী ঘৰ ভাড়া কৰি আছিলোঁ। মই ও B.Sc. পাঁচ কৰিলো। দাদাই ৰিহাবাৰীত˚ দুৰ্লভ চৌধুৰীৰ ঘৰৰ মেছত থাকিবলৈ লয়। দাদাৰ মেছৰ লগৰীয়া আছিল ড° ডম্বৰু গগৈ, ড°˚ পদ্মফুকন, প্ৰফেচৰ তিলক বৰগোহাঁই।

গুৱাহাটীত আমাৰ নিজা মাটি, ঘৰ নাছিল।˚ মনোমোহন চৌধুৰী (সম্বন্ধত আমাৰ মহা) ৫,০০০ টকা দি দাদাই ১-$\frac{1}{2}$ মাটি ক্ৰয় কৰে। সেই মাটিতেই দাদাই

সৰুকৈ এটা টিনৰ ঘৰ সাজে এই ঘৰতেই তেওঁৰ সৈতে কটন কলেজৰ ইংৰাজী বিভাগৰ প্ৰবক্তা শ্ৰীআনন্দেশ্বৰ শৰ্ম্মা দেৱেও বহু দিন আছিল। স্থায়ী ভাবে বসবাস কৰাৰ মানসেৰে সেই ঘৰটোকে তেওঁ ডাঙৰকৈ সঁজালে। ঘৰ ভালেই সঁজালে। সেই ঘৰটোত প্ৰসন্ন নামৰ কাম কৰা ল'ৰা এটাই তেওঁৰ লগত আছিল। দাদা তেতিয়াও অবিবাহিত। ইতিমধ্যে মোৰ মাজু দা, সৰুভাই আৰু মইয়ো বিয়া কৰি সংসাৰী হ'লো। সহজ, সৰল জীৱন যাপন কৰা দাদাই বিয়াৰ কথা দকৈ চিন্তাই কৰা নাছিল। অৱশেষত সহকৰ্ম্মী আৰু পৰিয়ালৰ সকলোৱে জোৰ দিয়াত বিয়া পাতিবলৈ মান্তি হ'ল। কইনা চোৱাৰ ভাৰ মোৰ ওপৰতেই পৰিল। উজনি-নামনিৰ বহুঠাইতে ছোৱালী চালো। ভাল ফল কিন্তু নহ'ল। এদিন মোৰ পৰিবাৰে সন্দিকৈ কলেজৰ অধ্যাপিকা শ্ৰী চন্দ্ৰপ্ৰভা চৌধুৰীক দাদালৈ ধৰিলে কেনে হয় বুলি সুধিলে। মইয়ো সেই দিনাই ডিব্ৰুগড়ৰ পৰা দাদালৈ সবিশেষ জনাই চিঠি লিখিলোঁ। "তইঁতে যি ভাল দেখ সেয়েই কৰ" বুলি দাদাই জনোৱাত আমাৰ সকলোৰে বৰ ভাল লাগিল। ছোৱালীয়ো চোৱা হ'ল। পৰিয়ালৰ সকলোৱে মিলিজুলি বৰ আনন্দৰে বিয়াৰ কামত আগবাঢ়িলোঁ। আমাৰ দাদাৰ বিয়া গুৱাহাটীৰ শ্ৰীচন্দ্ৰ প্ৰভা চৌধুৰীৰ সৈতে সুকলমে হৈ গ'ল।

তেওঁ চাকৰিৰ পৰা অৱসৰ লোৱাৰ পিছতও গুৱাহাটীৰ কেইবাটাও সামাজিক অনুষ্ঠানৰ লগত জড়িত আছিল তেওঁৰ আশাশুধীয়া প্ৰচেষ্টাতেই 'আৰ জি বৰুৱা' কলেজ গঢ় লৈ উঠে। আজি কলেজত বহুজনৰ কৰ্ম্মসংস্থানো হৈছে। সহজ-সৰল, গহীন-গম্ভীৰ, মৰমিয়াল, নগৰৰ সকলোৰে পৰিচিত দাদা তিনিবাৰকৈ গুৱাহাটীৰ 'মেয়ৰ' পদতো অধিষ্ঠিত হৈছিল।

বয়সত আৰু অভিজ্ঞতাত জ্যেষ্ঠ দাদাক আমি ভাই কেইজনে বৰ সম্মান কৰিছিলোঁ। বয়সৰ পাৰ্থক্য থাকিলেও তেওঁ মোৰ সৈতে পাৰিবাৰিক সমস্যাৰ কথা আলোচনা কৰিছিল। দাদাৰ সৎ উপদেশ সহায় উদ্‌গনিৰ বাবেহে আজি মই নিজৰ ভৱিত থিয় হ'ব পাৰিছো। B.Sc. পাছ কৰাৰ পাছত মোৰ M.Sc. পঢ়াৰ ইচ্ছা নথকাৰ কাৰণে মই সোণাৰাম হাইস্কুলত শিক্ষকতা কৰিবলৈ লওঁ। কলকাতা বিশ্ববিদ্যালয়ত Radio Physics আৰু Electronics ত M.Sc. ত Seat পোৱাত দাদাই মোক শিক্ষকতা বাদ দিবলৈ জোৰ কৰিলে, কলকাতাত পঢ়িবলৈ উদ্‌গণি দিলে, পঢ়া-শুনাৰ বাবে সহায় কৰাৰ আশ্বাস দিলে। সেই আশ্বাসৰ ভিত্তিতে

মইয়ো কলকাতালৈ গৈ পঢ়া-শুনা কৰি সুখ্যাতিৰে M.Sc. pass কৰি বৰপেটালৈ আহিলোঁ।

পিতাই বহু ভাবি চিন্তিয়েই দাদাৰ নাম 'বিনয় ভূষণ চৌধুৰী' দিছিল। সঁচাকৈয়ে তেওঁ আছিল বিনয়ৰ ভূষণ। অমায়িক প্ৰকৃতিৰ দাদাই সৰু, বৰ সকলোকে মৰম, চেনেহ আৰু সমান ব্যবহাৰ কৰিছিল। কেতিয়াও মই তেওঁক টান কথা কোৱা বা খং কৰা দেখা নাছিলো। চাকৰি সূত্ৰে ১৯৫৪ চনত মই ডিব্ৰুগড়লৈ আহি হনুমান বক্স সুৰজমল কানুই কলেজত যোগদান কৰাৰ পিছৰে পৰা তেওঁৰ সান্নিধ্যৰ পৰা বঞ্চিত হৈছিলো; সেইবাবে মই তেওঁৰ কলেজীয়া চাকৰি জীৱন আৰু অন্যান্য কৰ্ম্মৰ বিষয়ে বিশদভাবে লিখিব নোৱাৰিলোঁ। তথাপি দুই এদিনৰ বাবে গুৱাহাটীলৈ গৈ মানুহৰ মুখেৰে দাদাৰ বিষয়ে ভাল কথা শুনি বৰ গৌৰব অনুভৱ কৰিছিলো।

দাদাই এদিন এই অপৰূপা পৃথিবীৰ মোহ, সংসাৰৰ মায়া ত্যাগ কৰি অনন্তকাললৈ গুচি গ'ল। আমি বৰ অকলশৰীয়া হলো। নিয়তিৰ নিষ্ঠুৰ পৰিহাস আমি মানিবই লাগিব। ই যে চিৰন্তন সত্য।

দাদাৰ বিদেহী আত্মাই চিৰ শান্তি লাভ কৰক। এই কামনাৰে মোৰ আন্তৰিক শ্ৰদ্ধাঞ্জলি নিবেদন কৰিছোঁ। ●

# স্বামী দেৱতাৰ স্মৃতিৰ সৌৰভ

**চন্দ্ৰপ্ৰভা চৌধুৰী**

অতীতৰ মধুৰ স্মৃতিয়ে মানুহক একালে দিয়ে নিবিড় আনন্দ আৰু আনফালে সিয়ে হৈ পৰে মেঘাচ্ছন্ন বিষাদৰ করুণ ছবি। স্মৃতি নিঃসঙ্গ জীৱনৰ মধুৰ লগৰী। ই বিষণ্ণতাত আনি দিয়ে ক্ষীণ আনন্দৰ এটি প্ৰবাহ। ই হৈছে দিবাস্বপ্নৰ সফল প্ৰতিফলন। স্মৃতিয়ে দিয়ে অতীতৰ মাধুৰ্য, বৰ্ত্তমানৰ কৰ্ম্ম প্ৰেৰণা আৰু ভৱিষ্যতৰ আশা আকাংক্ষাৰ বাস্তৱ ৰূপায়ন। পাহৰণিৰ গৰ্ভত স্মৃতিৰ বিলোপ হ'ব নোৱাৰে। লুকা-ভাকু খেলি খেলিয়ে অতীতৰ স্মৃতিয়ে মৰণৰ দুৱাৰ দলিলৈকে সঙ্গী আৰু ছাঁ হৈ ঘূৰি ফুৰে।

মোৰ স্বামী বিনয় ভূষণ চৌধুৰীৰ বিষয়ে আমাৰ বিবাহৰ আগতেই মই কিছু ভাল কথা শুনিবলৈ পাইছিলো যদিও, বিয়াৰ পিছৰ পৰাহে মানুহজনক বুজিবলৈ আৰু জানিবলৈ সহজ হৈ পৰিছিল। তেখেতৰ জনপ্ৰিয়তাৰ কথা অসমৰ ইমূৰৰ পৰা সিমূৰলৈকে সকলোতে বিয়পি আছিল। তেওঁৰ মনত আপোন-পৰ ভাব সমূলি নাছিল। সকলো ধৰণৰ মানুহকে স্বজন বুলি আকোঁৱালি লৈছিল। এই গুণ যেৰা মৃত্যুৰ সময়লৈকে একে ধৰণে আছিল। ধনী-দুখীয়াৰ প্ৰভেদ নাৰাখি সকলোকে সমান চকুৰে চাইছিল। অদ্ভুত তেওঁৰ আন্তৰিক চৰিত্ৰ।

কম বয়সীয়া ছাত্ৰ-ছাত্ৰীকো নিজৰ সমনীয়া বন্ধুৰ দৰে ব্যৱহাৰ কৰিছিল। তেওঁৰ হৃদয়খন যেন ভালপোৱাৰে উপচি আছিল। জীৱন-বাটত তেওঁ ভালপোৱা, মৰম কৰা, উপকাৰ কৰা আদিকহে উচ্চতম আসনত প্ৰতিষ্ঠিত কৰি লৈছিল। বহু দুখীয়া লৰাই তেওঁৰ পৰা কিতাপ-পত্ৰ আৰু আৰ্থিক সহায় পাই আছিল। যি কোনো উপায়েৰে তেওঁ ছাত্ৰক সহায় কৰি আনন্দ লভিছিল। কলেজত কোনো ছাত্ৰই ভোক-পিয়াহ বুলি ক'লেই তেওঁ দোকানত চাহ মিঠাই খাবলৈ পকেটৰ পৰা পইচা উলিয়াই দিছিল। মানুহৰ সন্তুষ্টিয়ে তেওঁৰ জীৱনত আশীৰ্ব্বাদৰ কাম কৰিছিল। তেওঁৰ মৰমৰ বহু ছাত্ৰই আজি একোজন উচ্চ পদবীধাৰী লোক। ছাত্ৰৰ উন্নতি দেখিলে তেওঁ অসীম আনন্দ উপভোগ কৰিছিল। এনেধৰণৰ কথাবোৰ মোৰ লগত প্ৰায়ে আলোচনা কৰি আনন্দ পাইছিল। ছাত্ৰ-ছাত্ৰীসকলক আৰু তেওঁতকৈ কম বয়সীয়াসকলক প্ৰায়ে তেওঁ স্নেহ বশতঃ 'গৰু' আৰু 'গাধা' বুলিহে সম্বোধন কৰিছিল। ছাত্ৰীসকলক বুলিছিল 'গাধী'। আনকি মোকো প্ৰায়ে কিবা ভুল কৰিলে গাধী বুলিহে সম্বোধন কৰিছিল। গাধা শব্দটো লৈ এটা মজাৰ ঘটনা

আছে। এবাৰ এজন প্ৰবক্তা কটন কলেজত ইংৰাজী বিভাগত প্ৰথম নিযুক্ত হোৱাৰ দিনা "প্ৰফেচৰ কমনৰূমত" বহি আছিল। আমাৰ এওঁ কমনৰূমত সোমায়েই প্ৰবক্তাজনলৈ চাই চিএৰি প্ৰায় সুধিলে— "কি এ গাধা, তই আজি জয়ন্ কৰিলি?" প্ৰবক্তাজনৰ ভীষণ খং উঠিল। এক তো গাধা বুলি কৈছে, তাতে আকৌ তই বুলি সম্বোধন কৰিছে। তেখেতে পোনচাটেই প্ৰিন্সিপালৰ কোঠালী পালে আৰু তেখেতৰ আগত 'তই' আৰু 'গাধা' শব্দৰ অৱতাৰণা কৰিলে। সেই সময়ত প্ৰিন্সিপাল আছিল শ্ৰদ্ধেয় নুৰুল ইছলাম ডাঙৰীয়া। প্ৰিন্সপালে পিয়নজনক ক'লে — "বিনয় চৌধুৰীক মাতা বুলি ক"। চৌধুৰী প্ৰিন্সিপালৰ কোঠালীলৈ যোৱাত নুৰুল ইছলামে 'গাধা' আৰু 'তই' শব্দৰ প্ৰয়োগৰ কথা ক'লে। প্ৰবক্তাজন অধ্যক্ষৰ ওচৰতে বহি আছিল। চৌধুৰীয়ে উত্তৰ দিলে— "সি গাধাই ক'লেই দে, তই গাধাই শুন্লি কিয়?" অধ্যক্ষক তেনে উত্তৰ দিয়া দেখি প্ৰবক্তাজনে সাউতকৈ অধ্যক্ষৰ কোঠালীৰপৰা ওলাই গ'ল। পিচতহে প্ৰবক্তাজনে চৌধুৰীৰ স্নেহ আৰু জনপ্ৰিয়তাৰ বিষয়ে জানিব পাৰিছিল।

খোৱা-লোৱা ক্ষেত্ৰত তেওঁ বৰ নিয়মীয়া আছিল। অসময়ত তেওঁ একাপ চাহো নাখাইছিল। দুপৰীয়াৰ ভাত সাজ তেওঁক ভাল ভাল আঞ্জা তৰকাৰীৰে দিবলগীয়া হৈছিল। মাছ তেওঁৰ প্ৰিয় খাদ্য। গতানুগতিক অসমীয়া ৰন্ধাৰ উপৰিও অন্যান্য দুই এবিধ জুতি লগা বস্তু কৰি খুৱাবলগীয়া হৈছিল। দৈ তেওঁৰ বৰ প্ৰিয় খাদ্য। সদায় এগিলাছকৈ ঘৰত কৰা দৈ খোৱা মেজত, বিশেষ বাটি এটাত সদায় মজুত আছিল। অৱসৰ লোৱাৰ পিচত যেতিয়া বহুমূত্ৰ ৰোগত আক্ৰান্ত হ'ল তেতিয়া তেওঁৰ খাদ্য তালিকা কিছু পৰিমানে সলনি হ'ল। ৰাতিপুৱা শুদা পেটতে কুঠিলাগোম, নয়নতৰা গছৰ পাত আৰু দুপৰীয়া ভাতৰ লগত তিতাকেৰেলা সিজোৱা, নিমপাত ভজা, মিঠিশাক আৰু মিঠিগুটি সিজোৱা পানী দৈনিক দিয়া হৈছিল।

ফলমূল খাবলৈকো তেওঁ বৰ ভাল পাইছিল। বিশেষকৈ পকাবেল আৰু অমিতা সদায় খাইছিল। ভাত খোৱাৰ পিচত তামোল এখন চাধাৰে সৈতে জুতি লগাই খোৱাটো তেওঁৰ ডাঙৰ অভ্যাস। বিয়াৰ আগতে চিগাৰেট খুব খাইছিল বুলি শুনিছো কিন্তু বিয়াৰ পিচত কোনো দিনে মই চিগাৰেট খোৱা দেখা নাই। তেওঁ আছিল অতিথি পৰায়ন। শুনিবলৈ পাইছিলো বিয়াৰ আগতে তেওঁ দুপৰীয়াৰ ভাতসাজ আলহী অবিহনে মুখত দিয়া নাছিল। কোনো আলহী নাথাকিলে ৰাস্তালৈ গৈয়ো কাৰোবাক নহয় কৰোবাক ভাত খাবলৈ টানি আজুৰি লৈ আহিছিল। এই ক্ষেত্ৰত ৰসৰাজ বেজবৰুৱাৰ পাঁচনি চৰিত্ৰলৈ মনত পৰে। বাস্তৱ ক্ষেত্ৰতো যে পাঁচনি থাকিব পাৰে এয়েই তাৰ প্ৰমাণ।

পিন্ধা উৰাত তেওঁ কিছু পৰিমাণে চখীন আছিল। ভাল ভাল কাপোৰ নিজৰ ৰুচি অনুসৰি পিন্ধিছিল। মই পিন্ধা কাপোৰ কানিলৈকো তেওঁ চকু নিদিয়াকৈ থকা নাছিল। ৰিহাবাৰী অঞ্চলত কাৰোবাৰ বিয়া-বাৰু পাতিলে নিজৰ ঘৰৰ বিয়াৰ দৰেই খাটি দিছিল। সকলোকে নিজৰ আত্মীয়-স্বজনৰ দৰেই ব্যৱহাৰ কৰিছিল। গুৱাহাটীত থকা চিনা-পৰিচয়ৰ মানুহৰ ঘৰলৈ তেওঁ প্ৰায়ে অহা-যোৱা কৰি সম্বন্ধ অটুত ৰাখিছিল। বাটেৰে খোজকাঢ়ি গলেও যাকে লগ পায় তাৰে লগত দুআষাৰ কথা পাতিহে গন্তব্য স্থান পাইছিলগৈ।

পঢ়া-শুনা কৰি থকাটো তেওঁৰ দৈনন্দিন কাম বুলি ধৰিব পাৰি। কেৱল এটা বিষয়ৰে নহয়, সকলো ধৰণৰ কিতাপ পত্ৰকে তেওঁ আকোঁৱালি লৈছিল। নানা দেশৰ নানা সংস্কৃতিৰ পৰা থিয়েটাৰ চিনেমা আদিলৈ সকলো ধৰণৰ কিতাপকে তেওঁ মনপুতি পঢ়িছিল। চিনেমাৰ অভিনেতা অভিনেত্ৰীৰ জীৱনৰ পৰা ৰামকৃষ্ণ পৰম হংস বা শঙ্কৰ-মাধৱৰ জীৱন চৰিতলৈকে সকলো কথা তেওঁৰ কণ্ঠস্থ দেখি মই আচৰিত মানিছিলো। জ্যোতিষ-শাস্ত্ৰৰ পুথিও তেওঁ যথেষ্ট আয়ত্ব কৰিছিল। বহুতে তেওঁৰ ওচৰলৈ কোষ্ঠী অনা মই লক্ষ্য কৰিছিলো। বিশেষকৈ তেওঁ ৰাহি-জোৰা চোৱা কামত পাকৈত আছিল।

তেওঁৰ জীৱনত ডঃ বাণীকান্ত কাকতিৰ প্ৰভাৱ লক্ষ্য কৰিবলগীয়া। ডঃ কাকতিৰ মৃত্যুৰ আগলৈকে তেওঁ ছাঁটোৰ দৰেই লাগি আছিল। তেখেতৰ উপদেশ অনুসৰি জীৱনৰ প্ৰতিটো মুহূৰ্ত্তকে তেওঁ মূল্য দিছিল। ডঃ কাকতি তেওঁৰ ভিনহীয়েক আছিল যদিও, দুয়োগৰাকী অন্তৰঙ্গ বন্ধুৰ দৰেই আছিল। ডঃ কাকতিৰ মূল্যবান কথাবোৰ তেওঁ আখৰে আখৰে পালন কৰিছিল।

ঘৰুৱা গৃহস্থ হিচাবেও তেওঁ বৰ 'হুচিয়াৰ' আছিল। মাহ-দিনৰ সকলোখিনি বজাৰ তেওঁ নিজেই কৰিছিল। শুকান নাৰিকলৰ পৰা চাউল-দাইললৈকে কোনো এটা বস্তুৰে হেৰফেৰ নাছিল। গধূলি সময়ত তেওঁ সদায় তাচ খেলিবলৈ গৈছিল। এই খেলা তেওঁৰ আটাইতকৈ প্ৰিয় আছিল। কলেজত অধ্যাপনা কৰোতে যিদৰে মনপুতি কৰ্ত্তব্য সমাপন কৰিছিল, সেইদৰে গুৱাহাটী পৌৰনিগমৰ মেয়ৰ হৈ থাকোঁতেও ব্যস্ততাৰ জীৱন-যাপন কৰিছিল। কেইবাখনো স্কুল আৰু কলেজৰ প্ৰেচিডেণ্ট আৰু মেম্বাৰ হৈ থাকোঁতেও দেখিছিলো— তেওঁ কিদৰে খোৱা-লোৱা বাদ দিয়ো কৰ্ম্মব্যস্ত আছিল। সকলোৰে মঙ্গল কামনা কৰা স্বাৰ্থত্যাগী এই গৰাকী লোকক মই তেনেই ওচৰৰ পৰা লগ পাইছিলো আৰু তেওঁৰ ত্যাগ দেখি তবধ মানিছিলো। তেওঁৰ আত্মাৰ সদগতি হওঁক, য'তে আছে শান্তিত থাকক ইয়াকে কামনা কৰি তেওঁলৈ ভক্তি ভৰা সেৱা এটি জনালোঁ। ●

# যাৰ সোঁৱৰণ এক গভীৰ প্ৰত্যয়

দিলীপ বৰা

ভোগবাদী সমাজত সকলো শ্ৰেণীৰ ব্যক্তিকে মোহাচ্ছন্ন কৰিব পৰাকৈ ইমানবোৰ ব্যৱসায় ওলাইছে যে সেইবোৰৰ পৰা নিজকে নিৰাপদ দূৰত্বত ৰখাৰ বাবে এক দৃঢ় নীতিনিষ্ঠ আত্মবিশ্বাসৰ প্ৰয়োজন। এনে এক শ্ৰেণীৰ ব্যৱসায়ীয়েই বিভিন্ন বাৰ্তালাপত কয় যে এনেবোৰ ব্যৱসায়ত কাকো ঠগ, প্ৰৱঞ্চনা কৰাৰ কথা নাই; মাত্ৰ দুই এঘণ্টা সময় খৰচ কৰিলেই হ'ল। তদুপৰি কলেজ-বিশ্ববিদ্যালয় শিক্ষকৰতো সময় অফুৰন্ত, মাত্ৰ এটা বা দুটাহে ক্লাচ। উত্তৰত মই ভাবো শিক্ষাকতানো সঁচাকৈয়ে এনেকুৱা কামনে — য'ত সময় অফুৰন্ত। অথচ অইন বহুতৰে দৰে বৈষয়িকতাৰ প্ৰতি বৰ মনোযোগ নিদিয়াকৈ আজি দহ / বাৰ বছৰে নিৰন্তৰ দহ / বাৰ ঘণ্টা পৰিশ্ৰম কৰিও এজন সফল শিক্ষকৰ অভিধাটোৰ ওচৰ চাপিবগৈ পৰা নাই। তাহানিতে মৌনী বাবা নামৰ এজন বাবাক লগ পাইছিলো। ধৰ্মীয় ব্যক্তি হলেও তেওঁ দুটামান বৰ লাগতিয়াল কথা কৈছিল। তেওঁ কৈছিল শিক্ষকৰ কোনো জাতি, স্থান বা সময় নাই। শিক্ষকতা এটা চাকৰি বা বৃত্তিয়েই নহয়, ই এক সাধনা, এই ব্ৰতৰ আৰম্ভণিৰ পৰা আমৃত্যু তাৰ বিৰামহীন যাত্ৰা। ৰ'বৰ সময় নাই। কলেজ এখনৰ মাজতে তাক সীমাবদ্ধ নকৰিবা। তাক জীৱনৰ মাজত উপলব্ধি কৰা। অইনৰ জীৱনলৈ তাৰ প্ৰসাৰ ঘটোৱা। জাতি আৰু সমাজক জীয়াই ৰখাৰ যাত্ৰাত গতি দিয়া।

তেওঁৰ কথাবোৰ ভাবিলে বা বৰ্ত্তমানলৈকে শিক্ষকতা কৰি হোৱা অভিজ্ঞতাৰে মোৰ নিজৰো তেনে ধাৰণাই হয়। কিন্তু এনে ব্যক্তিৰ উদাহৰণ এতিয়া ইমান বিৰল হৈ পৰিছে যে কেতিয়াবা এনে ধাৰণাক ধাৰণ কৰি থকা গভীৰ উদ্যমো হতাশাৰ মুখামুখি হয়। এনে সংকটকালত আত্মপ্ৰত্যয়ৰে থিয় দি থাকিবলৈ যি কেইগৰাকী শ্ৰদ্ধেয় ব্যক্তিৰ সান্নিধ্যই সদায় সাহস আৰু প্ৰেৰণা যোগাই আহিছে— তাৰ ভিতৰত বিনয় ভূষণ চৌধুৰী চাৰো এজন। জীৱিত কালৰ সান্নিধ্যই নহয়, মৃত্যুৰ পিছত তেখেতৰ সোঁৱৰণীয়েও যেন সদায় সাহসৰ হাত বুলাই মোৰ বুকু ডাঠ কৰি ৰাখিছে।

মই অতি আনন্দ আৰু গৌৰৱৰে সোঁৱৰণ কৰোঁ যে মই চাকৰিৰ বাবে জীৱনৰ প্ৰথম সাক্ষাৎকাৰটো দিছিলো চৌধুৰী চাৰৰ ওচৰত। চাৰে সন্দেহ প্ৰকাশ কৰিছিল ঘাটী মঞ্জুৰী নোহোৱা ৰাধা গোবিন্দ বৰুৱা কলেজত মই থাকিমনে? মই উত্তৰ দিছিলো যে মই গুৱাহাটীত থাকিব বিচাৰোঁ, কিবা এটা কৰিব বিচাৰোঁ। চাৰে মোক পছন্দ কৰিছিল। তেতিয়ালৈকে মই তেওঁৰ নামহে শুনিছিলো মাত্ৰ।

কলেজত চাকৰি কৰা দিনবোৰতে মই উপলব্ধি কৰিছিলোঁ, শিক্ষকতা কিমান মহৎ সাধনা। দেখিছিলো কেনেকৈ ভগ্ন শৰীৰৰে চৌধুৰী চাৰৰ হাতত অৱসৰৰ পিছতো অফুৰন্ত সময় আছিল। সময়ৰ প্ৰতিটো পল তেওঁ ব্যৱহাৰ কৰিছিল নিজৰ দায়িত্ব পালনৰ বাবে। নিঃসন্দেহে এই দায়িত্ব আছিল শিক্ষাৰ প্ৰতি থকা তেওঁৰ গভীৰ অনুভৱে ধাৰ্য কৰি দিয়া দায়িত্ব।

সকলোৱে জনা কথা, কলেজত এখন পৰিচালনা সমিতি থাকে। তাত ভব্য-গব্য সদস্য সকলো থাকে। তেওঁলোক আচলতে কলেজ এখনৰ শৈক্ষিক ব্যৱস্থাটোৰ সৰ্বময় কৰ্তা। অতবোৰ ডিগ্ৰীধাৰী ব্যক্তিৰ নিয়োগকৰ্তা। কিন্তু দুৰ্ভাগ্যৰ কথা এনে পৰিচালনা সমিতিৰ সভাপতি হৈ থকা বহুজনেই নাজানে তেওঁ নিয়োগ কৰা অধ্যাপক/অধ্যাপিকা কেইজন? অন্যান্য শৈক্ষিক দিশৰ কথাবোৰতো বাদেই। চৌধুৰী চাৰ আমাৰ কলেজ পৰিচালনা সমিতিৰ সভাপতি আছিল। কোনো সভা-সমিতি নথকাটো তেওঁ মন গ'লেই কলেজলৈ আহিছিল। ছাত্ৰ-ছাত্ৰী, শিক্ষকক লগ ধৰি কথা পাতিছিল। প্ৰতিজন শিক্ষকক লেখা-মেলা কৰিবলৈ, গবেষণা কৰিবলৈ উৎসাহ দিছিল, নিজে আহি construction কাম চাই ৰ'দত থিয় হৈ আছিল, গোটেই দিটো একো নোখোৱাকৈ দিশপুৰত অধ্যক্ষৰ লগত কাম কৰিছিল ইত্যাদি ইত্যাদি। কিন্তু মোৰ আটাইতকৈ আচৰিত লাগিছিল যেতিয়া তেওঁ ফোন কৰি পৰীক্ষাবোৰৰ খবৰ লৈছিল আৰু প্ৰতিটো পৰীক্ষাৰ দিনাই invigilatior আহি পোৱাৰ আগতেই ৰিক্চা এখনত উঠি আহি কলেজ পাই প্ৰতিটো কোঠাতে ঘূৰি পকি ছাত্ৰ-ছাত্ৰীসকলক উৎসাহ দিছিল। তেতিয়াই ভাবিছিলো আচলতে কাম নকৰোঁ বুলি ভবা মানুহৰ বাবে সকলো বৃত্তিতে অফুৰন্ত সময়। কিন্তু যি নিজৰ কাম আৰু দায়িত্ব ভালদৰে বুজে তেওঁৰ বাবে সকলো বৃত্তিতে সময়ৰ নাটনি। কলেজ এখনৰ মুল ব্যক্তিজন শৈক্ষিক দিশৰ প্ৰতি এনেদৰে সচেতন হোৱাটো বাৰু আচলতেই তেওঁৰ দায়িত্ব নহয় জানো? চৌধুৰী চাৰক নেদেখিলে হয়তো কলেজ পৰিচালনা সমিতিৰ সভাপতি এজনৰ যে ইমান দায়িত্ব থাকিব পাৰে তাক

মই জীৱনত বুজিয়েই নাপালোহেঁতেন। চৌধুৰী চাৰৰ দৰে ব্যক্তিৰ সান্নিধ্য পালেহে বুজা যায় যে ভাৰতবৰ্ষৰ দৰে দেশত যি কোনো এজন অশিক্ষিত ব্যক্তিয়েই বিভিন্ন উপসৰ্গৰ বলত আনকি শিক্ষামন্ত্রীও হ'ব পাৰে, কিন্তু যিকোনো এজন ব্যক্তিয়েই ইচ্ছা কৰিলে শিক্ষক হ'ব নোৱাৰে। বিশ্ববিদ্যালয়ৰ ডিগ্রীটো থাকিলে অৱশ্যে শিক্ষকতাৰ পদ এটাও যোগাৰ হ'ব পাৰে, কিন্তু সেইটোৰেও এজন সাৰ্থক শিক্ষক হ'ব নোৱাৰি।

মোকেই নহয়, চাৰে আমাৰ ডেকা চামৰ প্ৰায় সকলোকে দেখা পালেই গৱেষণাৰ কথা সুধিছিল। মই ড° হীৰেণ গোঁহাই চাৰৰ লগত গৱেষণাৰ কাম কৰি থকা বুলি শুনি মোক কৈছিল "খুউব কষ্ট কৰ। ভাল মানুহৰ লগত কাম কৰাৰ সুবিধা পাইছ। কষ্ট কৰি এতিয়াই ভেটিটো বনাই ল'।" কিন্তু মই বিস্মিত হৈছিলো যেতিয়াই জীৱনৰ অন্তিম ক্ষণত হস্পিতালৰ বিচনাত শয্যাশায়ী হৈ থকা অৱস্থাটো চাৰে আধা বুজা আধা নুবুজা মাতেৰে সেই কথাটোকে সুধিছিল। চাৰে জানিছিল মোৰ কাম প্ৰায় শেষ অৱস্থাত আছিল। সেয়েহে চাৰৰ প্ৰশ্নটো আছিল "তই submit কৰিলিনে?" এই সময়ত তেখেতে কোৱা দ্বিতীয় কথাটোও আছিল কলেজৰ উন্নয়নৰ প্ৰসংগত। তাৰ পিছত তেওঁ আকৌ টোপনি গৈছিল। মই হতবাক হৈ চাই আছিলো, ভাগি পৰা শৰীৰটোৰ মাজত সোমাই থকা আকাশৰ দৰে সুউচ্চ বিশাল মনটোক বিচাৰি চাবলৈ চেষ্টা কৰিছিলো। নীলমণি ফুকন চাৰৰ কবিতা ফাঁকিলৈ মনত পৰিছিল "মানুহৰ অন্তিম লালসাৰ কি প্ৰজ্বলন।" হয়তো ইও এক লালসা। কিন্তু তাত ব্যক্তিকেন্দ্রিক আৰু বৈষয়িকতাৰ কোনো নাম গোন্ধ নাই। নিকা হৃদয়ৰ চাৰৰ এই অন্তিম লালসাৰ মাজতো জ্বলমলাই উঠিছিল শিক্ষকৰ সাধনাৰ অবৰ্ণনীয় মহত্ব। আমৃত্যু অব্যাহত আছিল তাৰ গতি। মৃত্যুৰ পিছতো তাৰ জ্যোতি ম্লান পৰা নাই।

বৈষয়িক কথা চাৰে পাতিছিল। কিন্তু নিজৰ কথা নহয়। তেওঁ আমাৰ সুখ-দুখৰ খবৰ লৈছিল। গাঁৱৰ মাটি-বাৰী যাতে ভুলতো বেছি নিদিও সেই কথা বাৰে বাৰে দোহাৰিছিল। তেওঁ বেছি লেখা-মেলা নকৰিলেও তেওঁ এজন চিন্তাশীল ব্যক্তি আছিল। তেওঁ কৈছিল যে ভাৰতবৰ্ষৰ উন্নয়নৰ যি প্ৰক্ৰিয়া ইয়াত নিম্নমধ্যবিত্ত চাকৰিজীৱি মানুহবোৰৰ জীৱন একেবাৰে দুৰ্বহ হৈ উঠিব। এনে এটা সময় আহিব পাৰে যেতিয়া গুৱাহাটীৰ দৰে চহৰত আমাৰ দৰে মানুহ কাম কৰা টান হৈ পৰিব। গতিকে গাঁৱৰ মাটি-বাৰী ৰাখিব লাগে, অন্ততঃ খোপনি ল'বলৈ। আজি দেখিছোঁ

চাৰে বৰ মিছা কোৱা নাছিল। এইবোৰৰ উপৰিও দেশৰ বিভিন্ন বিষয়ৰ ওপৰত যেতিয়াই চাৰৰ লগত কথা পাতিছিলো তেতিয়াই দেখিছো তেওঁ এক পক্ষপাতহীন গণতান্ত্রিক দৃষ্টিভংগীৰে কথাবোৰ ভাবে। অকল ভবাই নহয়, ভবাটোৰ বাবে তেওঁ হাতে কামে কৰিবলৈ প্ৰস্তুত থাকে।

অনবৰতে মনটোক স্পৰ্শ কৰি থকা চাৰৰ কোনটো গুণৰ কথা কওঁ। কোনটোকেই বা আগস্থান দিওঁ। তথাপি মই ভাবো যে এজন সহানুভূতিশীল, মানৱতাবাদী, গণতান্ত্রিক সত্যনিষ্ঠ ব্যক্তি আৰু এগৰাকী মহান শিক্ষক হিচাপে 'চাৰ' আমাৰ সকলোৰে মাজত অবিস্মৰণীয় হৈ থাকিব। আমাৰ হতাশগ্ৰস্ত সময়বোৰত দুৰ্বল হ'ব ধৰা মনটোক তেখেতৰ স্মৃতিৰ পৰশে সাহস আৰু প্ৰেৰণাৰে সঞ্জীৱিত আৰু উজ্জীৱিত কৰি তুলিব। ●

# চৌধুৰী চাৰৰ স্মৃতিত

পাৰুল শইকীয়া

বিনয় ভূষণ চৌধুৰী। এটি নাম। এটি অনুভৱ। বিশেষকৈ মোৰ মনত। অসমৰ এজন শিক্ষাবিদ। এগৰাকী সমাজ বিজ্ঞানী। গুণী কৃতি অধ্যাপক সন্দিকৈ ছোৱালী কলেজৰ, কটন কলেজৰ। দুৰ্ভাগ্য আমাৰ; সন্দিকৈ ছোৱালী কলেজত পঢ়িলো হয় চাৰক শিক্ষাগুৰু হিচাপে নাপালোঁ। চাৰ তেতিয়া কটন কলেজত। তথাপি ছাৰৰ আশাসুধীয়া শিক্ষাদানৰ আভাষ ইজন-সিজনৰ মুখেৰে শুনিছিলোঁ। এটা সময়ত তেখেতক লগ পোৱাৰ সৌভাগ্য আমাৰ মিলিল। ১৯৮৭ চনত আমি শিক্ষা বিভাগৰ প্ৰবক্তা হিচাপে ৰাধাগোবিন্দ বৰুৱা কলেজত চাকৰি কৰাৰ পিছত কলেজ পৰিচালনা সমিতিৰ সভাপতিৰূপে চৌধুৰী চাৰৰ লগত ঘনিষ্ঠ হোৱাৰ সুযোগ পাওঁ। এটা সময়ত চৌধুৰী চাৰৰ ঘৰখনো আমাৰ আপোন হৈ উঠে। বিশেষতঃ তেখেতৰ সহধৰ্মিনী অধ্যাপিকা চন্দ্ৰপ্ৰভা চৌধুৰী মোৰ শিক্ষাগুৰু, জীয়ৰী অধ্যাপিকা ত্ৰিবেণী চৌধুৰী একেখন মহাবিদ্যালয়ৰ সহকৰ্মী।

ইং ১৯৯৮ চনৰ ২০ জুন তাৰিখে চৌধুৰীচাৰৰ দেহাৱসান হ'ল। ই আমাৰ দেশৰ-দহৰ বাবে এটি অপূৰণীয় ক্ষতি। বিশেষকৈ ৰাধাগোবিন্দ বৰুৱা মহাবিদ্যালয়ৰ বাবেও। এই গৰাকী ব্যক্তি ৰাধাগোবিন্দ বৰুৱা মহাবিদ্যালয় পৰিয়ালৰ বাবে পিতামহ ভীষ্মস্বৰূপ। চৌধুৰীদেৱৰ বাবে ৰাধাগোবিন্দ বৰুৱা মহাবিদ্যালয়খন আছিল মানস সন্তান। ১৯৯০ চনত মহাবিদ্যালয়খনে অসম চৰকাৰৰ ঘাটি মঞ্জুৰীপ্ৰাপ্ত মহাবিদ্যালয়ৰূপে স্বীকৃতি লাভ কৰাৰ ক্ষেত্ৰত আনসকলৰ লগতে এইগৰাকী ব্যক্তিৰ অৱদান আজিও সকলোৰে মানস পটত জিলিকি আছে। মনত পৰিছে সেই দিনটোলৈ। কলেজ ঘাটি মঞ্জুৰী পোৱা আনন্দত আমি আত্মহাৰা। এটি প্ৰীতিভোজৰ আয়োজন। আমাৰ পাঞ্জাবাৰীৰ ঘৰত, নানা কথা ৰং, তামাচা। কিন্তু চৌধুৰীচাৰ ব্যতিক্ৰম। তেনে পৰিস্থিতিৰ মাজতো চৌধুৰী চাৰৰ জ্ঞান-সমৃদ্ধ উপদেশ 'তুমি আহুন পইচা পাবা। লগে লগে ৰিচাৰ্চ আৰম্ভ কৰা'।

আমি চৌধুৰীচাৰৰ আৰু এটা কথা বৰ মন কৰিছিলো। বিশ্ববিদ্যালয় কৰ্তৃপক্ষৰ ফালৰ কিবা পৰিদৰ্শন থাকিলে— অধ্যক্ষ মহোদয়ে খবৰ দিয়াৰ লগে

লগে চৌধুৰীচাৰ হাজিৰ হয়। এনে পৰিদৰ্শন লৈ এবাৰ বৰ মজাৰ ঘটনা ঘটিল। বিশ্ববিদ্যালয়ৰ পৰা অনাৰ্চ খোলা অনুমতিৰ বাবে পৰিদৰ্শক আহিব বুলি জনালে। অধ্যক্ষ মহোদয়ে কথাটো চৌধুৰী চাৰকো জনালে। চৌধুৰী চাৰে পৰিদৰ্শনৰ নিৰ্দিষ্ট দিনৰ আগদিনা কলেজলৈ আহি যাৱতীয় কাগজ-পত্ৰ কেনেদৰে সাজু কৰিছে তাৰ তদাৰক কৰিলে।' লগতে খোৱাৰ বাবে জা-জলপানৰ দিহাও কৰিব দিলে। জা-জলপানৰ বাবে আৱশ্যকীয় দৈখিনি আমাৰ ঘৰৰ পৰা অনাৰ পাল মোৰ ওপৰতে পৰিল। কথামতে কাম। পিচদিনা যথা সময়ত ঘৰৰপৰা ওলালো হয় কিন্তু গাড়ীখন বেয়া হোৱা বাবে মই যথেষ্ট পলমকৈ কলেজ পালো। দূৰৰ পৰা দেখো সহকৰ্মী সকলো প্ৰায় ঘৰাঘৰি গৈছে। মোৰ পেটতে হাত-ভৰি লুকাল। ওচৰপাই ভুমুকিয়াই দেখো অধ্যক্ষ মহোদয়ৰ কোঠাত কেইগৰাকীমান সহকৰ্মীৰ সৈতে চৌধুৰীচাৰ বহি আছে। মৰণত শৰণ দি অধ্যক্ষৰ কোঠাত সোমাই মোৰ দুৰাৱস্থাৰ কথা কলোহে মাত্ৰ। চৌধুৰীচাৰে মিচিকিয়াই হাঁহি ক'লে— 'আজি ইন্সপেক্টৰ নাহিল যাৱা, মোক ওপৰোৰ পেৰাই এক্‌গিলচ দৈ দিয়া।' মই হেৰোৱা সৰগ ঢুকি পালোঁ। গম পালো ইন্সপেকটৰ পিছৰ সপ্তাহতহে আহিব। পিছদিনাখন সেই দৈৰে কলেজত সকলোৱে মিলি চিৰাৰে জলপান কৰিলোঁ।

এইগৰাকী পিতৃতুল্য চৌধুৰী চাৰ আমাৰ মাজৰ পৰা চিৰদিনলৈ গুচি গ'ল। বাৰ্দ্ধক্যজনিত কাৰণতে যদিও চৌধুৰীচাৰৰ মৃত্যু হৈছিল তথাপিও যেন আমি তেখেতৰ মৃত্যুক বহুত দিনলৈকে সহজভাবে ল'ব পৰা নাছিলো। মৃত্যু চিৰ শাশ্বত সত্য। ভগৱানৰ ওচৰত মাথো আমাৰ একমাত্ৰ প্ৰাৰ্থনা চৌধুৰীচাৰৰ অমৰ আত্মাই চিৰশান্তি লাভ কৰক। ●

# অধ্যাপক বিনয় ভূষণ চৌধুৰী

হৰেন্দ্ৰ নাথ দাস

মেট্ৰিকৰ দেওনা পাৰ হৈ যিদিনা কটন কলেজত নাম ভৰ্ত্তি কৰিলো সেই দিনা প্ৰথমতেই লগ পোৱা শিক্ষক কেইজনৰ ভিতৰত মোক বিনয় ভূষণ চৌধুৰীয়ে বিশেষকৈ আকৰ্ষণ কৰিলে। তেখেতৰ কথা-বতৰা, চাল-চলন, দৃষ্টি-ভঙ্গী সকলোতে ইমান আপোন আপোন ভাব আছিল যে কোনেও তেওঁৰ প্ৰতি আকৃষ্ট নহৈ নোৱাৰিছিল।

তেওঁ প্ৰত্যেককেই মাতিছিল। অধ্যাপক বা ডাঙৰ মানুহ বুলি কোনো ভেম নাছিল কাৰণেই ল'ৰা-ছোৱালী, কাম কৰা মানুহ আদিক সমানে ব্যৱহাৰ কৰিব পাৰিছিল।

তেওঁৰ কিতাপ পঢ়া অভ্যাসটো বিশেষকৈ মন কৰিবলগীয়া। বহুতেই নাজানিছিল যে নিজৰ বিষয়ৰ উপৰিও তেওঁ অন্য বিষয়ৰ কিতাপ পঢ়িছিল আৰু সেই কিতাপ বিলাকৰ সাৰ-মৰ্ম মনত ৰাখিছিল। সেই সময়ত মই পঢ়া-শুনাত অলপ ভাল আছিলো বাবেই তেওঁ মোক কেনেকুৱা ধৰণৰ আৰু কি কি কিতাপ পঢ়িব লাগে সেই বিষয়ে উপদেশ দিছিল।

গুৱাহাটীৰ মেয়ৰ হৈ থাকোতে সদায় তেওঁ চহৰখনৰ কেনেদৰে উন্নতি কৰিব লাগিব সেই বিষয়ে চিন্তা কৰিছিল আৰু সেই সময়ত মই নামনি অসমৰ আয়ুক্ত হৈ আছিলো বাবে তেওঁ বহুত বাৰ মোৰ পাণবজাৰৰ অফিচলৈ আহিছিল আৰু আমি গুৱাহাটীৰ উন্নতিৰ বিষয়ে কথা পাতিছিলো।

আজি তেওঁৰ প্ৰয়াত আত্মাৰ প্ৰতি শ্ৰদ্ধা জনাই এই দু-আষাৰ লেখিবলৈ পাই নিজকে ধন্য মানিছোঁ। ●

# অধ্যাপক বিনয় ভূষণ চৌধুৰী চাৰলৈ হিয়াভৰা শ্ৰদ্ধাঞ্জলি

ভগবান চন্দ্ৰ লহকৰ

বৰ্তমানৰ উত্তৰ-পূৰ্বাঞ্চলক অতীত কালত কামৰূপ বা প্ৰাগজ্যোতিষপুৰ বুলি জানিছিল। এতিয়া ইয়াক অসম ৰাজ্য হিচাপে নামাকৰণ কৰা হৈছে। এই বৃহত্তৰ অসম ৰাজ্যখনৰ ভিতৰৰ একালৰ একমাত্ৰ শিক্ষানুষ্ঠান কটন কলেজ এখন বিশ্ব-বিশ্ৰুত শিক্ষানুষ্ঠান ৰূপে পৰিগণিত হৈছিল। এই অনুষ্ঠানৰে এগৰাকী বিদগ্ধ পাণ্ডিত্যপূৰ্ণ অধ্যাপক হিচাপে প্ৰতিষ্ঠা লাভ কৰিছিল প্ৰয়াত বিনয় ভূষণ চৌধুৰী চাৰে। তেখেতক মই প্ৰথমে লগ পাইছিলো এই কলেজৰ মজিয়াত। তেতিয়া মই কটন কলেজত ভৰ্ত্তি হোৱা আই, এ মহলাৰ ছাত্ৰ। প্ৰয়াত চৌধুৰী চাৰে অলপ সময়ৰ ভিতৰতে মোক তেখেতৰ অতি আপোন আৰু মৰমৰ ছাত্ৰ হিচাপে গ্ৰহণ কৰিছিল। তেখেতৰ ব্যবহাৰত প্ৰায়ে দুটা শব্দ পোৱা গৈছিল; যেনে 'গাধ' আৰু 'গৰু'। এয়া তেখেতৰ গালি পৰা শব্দ নাছিল— আছিল অতি মৰম লগা আৰু আপোন কৰা তেখেতৰ স্বভাৱ।

আমি যেতিয়া আই, এ মহলাৰ পিচত বি এ মহলাত ক্লাছ্ কৰিছিলো চৌধুৰী চাৰে আমাক অসমীয়া বিষয়টো পঢ়ুৱাইছিল। এই বিষয়ত তেখেতে শ্ৰেণী কোঠাত দিয়া তেখেতৰ ভাষণবোৰ অতি তত্বগধুৰ আৰু সুন্দৰ ভাষাৰে বৰ্ণিত তথা বিশ্লেষণাত্মক আছিল। অসমীয়া ভাষাৰ আঁতিগুৰি আৰু গঠনৰ তত্ববোৰ অতি সহজ-সৰল ভাষাৰে তেখেতে বুজাই দি ছাত্ৰ-ছাত্ৰীসকলৰ মাজত প্ৰিয়ভাজন শিক্ষক হিচাপে পৰিগণিত হৈছিল। তেখেতে অকল পাঠ্যপুথি বিষয়ৰ কথাবোৰ ব্যাখ্যা কৰি ক্ষান্ত নাছিল— লগতে ভাষা তত্ব আৰু সাহিত্যৰ তত্ব গধুৰ কথাবোৰ শ্ৰেণীকোঠাত সহজ ভাষাৰে আলোচনা কৰিছিল— সেইবোৰ আজিও আমি শ্ৰদ্ধাৰে স্মৰণ কৰো।

১৯৫৪-৫৫ চনত যেতিয়া মই কটন কলেজ ছাত্ৰ-সন্থাৰ সাংস্কৃতিক পৰিক্ৰমা বিভাগৰ সম্পাদক আছিলো তেতিয়া অধ্যাপক বিনয় ভূষণ চৌধুৰী চাৰে এই বিভাগৰ ভাৰপ্ৰাপ্ত অধ্যাপক আছিল। সেই সময়ত কটন কলেজত আমি এখন যুগান্তকাৰী সাংস্কৃতিক আলোচনা পাতিছিলো। সেই আলোচনা চক্ৰত ভাগ লোৱাসকলৰ ভিতৰত প্ৰধানকৈ আছিল প্ৰয়াত বিষ্ণু প্ৰসাদ ৰাভা, প্ৰয়াত হেম বৰুৱা, ডঃ ভূপেন হাজৰিকা, জ্ঞানপীঠ বটা বিজয়ী প্ৰয়াত ডঃ বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য, প্ৰয়াত ডঃ মহেশ্বৰ নেওগআৰু অন্যান্যসকল। সেই আলোচনা সফল কৰি তুলিবৰ কাৰণে বিনয় ভূষণ চৌধুৰী চাৰে দিয়া দিহা-পৰামৰ্শ আজিও মোৰ মানস পটত জিলিকি আছে।

বিনয় ভূষণ চৌধুৰী চাৰ অকল পাঠ্যপুথিৰ শিক্ষকেই নাছিল— তেখেত এগৰাকী মহান সমাজসেৱক আৰু শিক্ষা কাৰ্যৰ বিচক্ষন সংগঠক আছিল। মই যি সময়ত অসম কলেজ শিক্ষক সন্থাৰ সাধাৰণ সম্পাদক হিচাপে কাৰ্য নিৰ্বাহ কৰি আছিলো— তেতিয়া আমি উত্তৰ পূৰ্বাঞ্চলৰ কলেজ আৰু বিশ্ববিদ্যালয়ৰ শিক্ষকসকলক বিশ্ব-বিদ্যালয়ৰ অনুদান আয়োগৰ অনুমোদিত দৰমহা গাঁঠনি দিবৰ বাবে তীব্ৰ আন্দোলনৰ সলনি আলোচনাৰে চেষ্টা কৰিছিলো। সেই সময়ত প্ৰয়াত চৌধুৰী চাৰে মোক অনেক বহুমূলীয়া উপদেশ দি যি উৎসাহ দিছিল সেয়া আজিও মোৰ মানস পটৰ জল-জল, পট-পটকৈ ভাঁহি উঠে। অৱশেষত অসম চৰকাৰ আৰু কেন্দ্ৰীয় চৰকাৰৰ সম্মতি সাপেক্ষে সমগ্ৰ উত্তৰ-পূৰ্বাঞ্চলৰ কলেজ আৰু বিশ্ববিদ্যালয়ৰ শিক্ষকসকলৰ বিশ্ববিদ্যালয়ৰ অনুদান আয়োগৰ দৰমহা গাঁঠনি কাৰ্যকৰী কৰিবলৈ সক্ষম হৈছিলো ১৯৬২ চনৰ জানুৱাৰী মাহতহে।

১৯৬৬ চনত গুৱাহাটীত অসম কলেজ শিক্ষকসন্থাৰ এখন বছৰেকীয়া অধিবেশন পতা হৈছিল। সন্থাৰ এই অধিবেশনত আদৰণী সমিতিৰ সভাপতি আছিল প্ৰয়াত হৰেশ্বৰ গোস্বামী ডাঙৰীয়া আৰু মই আছিলো সাধাৰণ সম্পাদক। সেই অধিবেশনৰ খোৱা-বোৱাৰ সমস্ত দায়িত্ব বহন কৰিছিল প্ৰয়াত চৌধুৰী চাৰে যদিওবা তেখেত কটন কলেজৰ শিক্ষক আছিল তথাপিও তেখেতে এটা বেচৰকাৰী অনুষ্ঠানৰ সজ কামত সহায় কৰিবলৈ আগবাঢ়ি আহিবলৈ কোনো দ্বিধাবোধ কৰা নাছিল। আজিও আমাৰ মনত পৰে প্ৰয়াত চৌধুৰী চাৰে কিমান নিখুঁত আৰু সুন্দৰ পৰিচালনাৰে অধিবেশনখনৰ প্ৰতিনিধি আৰু অতিথি সকলক আপ্যায়িত কৰাই জাউৰিয়ে জাউৰিয়ে প্ৰশংসা পাইছিল।

গুৱাহাটী কমাৰ্চ কলেজৰ জন্মলগ্নৰে পৰা মই অধ্যক্ষৰ দায়িত্ব বহন কৰাৰ পিচতো তেখেতে মোক একাধিক সময়ত বহুমূলীয়া পৰামৰ্শ দি কলেজখনক শীঘ্ৰ উন্নতিৰ ক্ষেত্ৰত সহায় কৰিছিল। এইবোৰ কথা আজিও আমাৰ মানসপটত সজীৱ হৈ আছে।

ৰাধাগোবিন্দ বৰুৱা কলেজখনৰ প্ৰতিষ্ঠা কালৰ পৰাই অধ্যাপক বিনয় ভূষণ চৌধুৰী দেৱে একাগ্ৰতাৰে একাণপতীয়া ভাবে ইয়াৰ নিৰ্মাণ আৰু পৰিচালনাৰ ক্ষেত্ৰত লাগি আছিল। এইখন কলেজৰ পৰিচালনা সমিতিৰ তেখেত প্ৰতিষ্ঠাপক সভাপতি আছিল। সেই সময়ত তেখেতে মোক ৰাধাগোবিন্দ বৰুৱা কলেজৰ কেবাটাও গুৰুত্বপূৰ্ণ কাম সমাধা কৰিবলৈ নিৰ্দেশ দিছিল। আৰু তেনেবোৰ কাম মোৰ পৰা আদায় কৰিহে এৰিছিল। মৃত্যুৰ আগ মুহূৰ্তলৈকে অধ্যাপক চৌধুৰী চাৰে ৰাধাগোবিন্দ বৰুৱা কলেজৰ পৰিচালনা সমিতিৰ সভাপতিৰূপে কাৰ্যনিৰ্বাহ কৰি আছিল। আজিও মোৰ মনত পৰে তেওঁ যেতিয়া মৃত্যু শয্যাত প ৰি আছিল তেতিয়া তেখেতে আক্ষেপ কৰি মোক কৈছিল যে তেখেতৰ শেষ নিঃশ্বাস ত্যাগ কৰাৰ পূৰ্বে, কলেজখনৰ নতুন দুমহলীয়া ভৱনটো সম্পূৰ্ণ কৰা আৰু পুথি ভঁৰালটো পূৰ্ণাংগৰূপে গঢ় দিয়াতো তেখেতে মনে প্ৰাণে বাঞ্চা কৰিছিল। মৃত্যু যন্ত্ৰণাত পৰি থকা সময়তো এনে চিন্তাধাৰা বহুত কম মানুহৰ বাবেহে সম্ভৱ হয়। প্ৰয়াত চৌধুৰী চাৰৰ আৰু এটা কথা উনুকিয়াই আজিৰ লেখাখিনি শেষ কৰিব খুজিছো— কথাটো হ'ল স্থানীয় জে. বি. ল কলেজৰ বিষয়ে। জে. বি. আইন মহাবিদ্যালয়ৰ পৰিচালনা সমিতিৰ সদস্য হিচাপে সেৱা আগবঢ়োৱাৰ সৌভাগ্য তেখেতৰ লগতে মোৰো হৈছিল। ১৯৯৭চনত 'বাৰ কাউঞ্চিল' অব ইণ্ডিয়াই— জে বি আইন কলেজৰ স্বীকৃতি কিয় বাতিল কৰা নহ'ব বুলি জাননী দিছিল। সেই সময়ত কলেজ পৰিচালনা সমিতিৰ সভাপতি আছিল গুৱাহাটী উচ্চ ন্যায়লয়ৰ মুখ্য ন্যায়ধীশ মহেন্দ্ৰ চন্দ্ৰ পাঠক। কলেজৰ অধ্যক্ষৰ কিছুমান অবাঞ্চিত কাৰ্যত বিতুষ্ট হৈ সভাপতি ন্যায়ধীশ পাঠকে পদত্যাগ কৰিছিল। এই পৰিপ্ৰেক্ষিতত কলেজ পৰিচালনা সমিতিৰ এখন জৰুৰী সভাপাতি বিষয়টো আলোচনা কৰা হৈছিল। সেই সভাৰ সিদ্ধান্ত মৰ্মে অস্থায়ীভাবে অধ্যাপক বিনয়ভূষণ চৌধুৰীক সভাপতি আৰু এই লেখকক সম্পাদক হিচাপে লৈ এখন অস্থায়ী পৰিচালনা সমিতি পুনৰ গঠন কৰা হৈছিল। প্ৰয়াত চৌধুৰী চাৰে জে. বি. ল কলেজ পৰিচালনা সমিতিৰ সভাপতি পদত বেছিদিন থাকিব নিবিচাৰিছিল আৰু অতি শীঘ্ৰে এখন নিয়মীয়া পৰিচালনা সমিতি গঠন কৰাত জোৰ দিছিল। তদানুসৰি ন্যায়ধীশ মহেন্দ্ৰ চন্দ্ৰ পাঠকক পুনৰ সভাপতি আৰু মোক সম্পাদক হিচাপে লৈ নতুন পৰিচালনা সমিতি গঠন কৰা হৈছিল। প্ৰয়াত চৌধুৰীৰ তেনে মানসিকতাই এটা কথা স্পষ্ট কৰি দিয়ে যে তেখেতে কোনো পদবী বা ক্ষমতা দীৰ্ঘকাল খামোচ মাৰি ধৰি থাকিব নিবিচাৰিছিল। ই এক বহুতৰ বাবে অনুকৰণীয় মহান আদৰ্শ।

সদৌ শেষত প্ৰয়াত বিনয় ভূষণ চৌধুৰী চাৰৰ প্ৰতি আমাৰ গভীৰ শ্ৰদ্ধা নিবেদন কৰি তেখেতৰ বিদেহী আত্মাৰ চিৰশান্তি কামনা কৰিলোঁ। ●

# এজোপা বিশাল বটবৃক্ষ ঃ প্ৰয়াত বিনয় ভূষণ চৌধুৰী

মুকুল চক্ৰৱৰ্ত্তী

এগৰাকী স্থিতপ্ৰজ্ঞ পুৰুষ— বিনয় ভূষণ চৌধুৰী। নামে-কামে যথাৰ্থতে সাৰ্থক। এই গৰাকী মহান পুৰুষৰ সান্নিধ্যত অহাতো মোৰ জীৱনৰ এক গৌৰৱ অধ্যায়। মহানতাৰ প্ৰতীক এই ব্যক্তিজনাৰ লগত প্ৰথম পৰিচয় ঘটে ইং ১৯৯০ চনত ৰাধাগোবিন্দ বৰুৱা মহাবিদ্যালয়ত চাকৰি বিচাৰি অহা সূত্ৰে। অসমীয়া বিভাগৰ প্ৰবক্তা পদত নিৰ্দিষ্ট দিনৰ সাক্ষাৎকাৰ দিবলৈ আহি দেখিলোঁ সাক্ষাৎগ্ৰহণকাৰী সকলৰ মাজত— বিশিষ্ট শিক্ষাবিদ, সমাজ-বিজ্ঞানী, গুৱাহাটী পৌৰ নিগমৰ প্ৰাক্তন মেয়ৰ মাননীয় বিনয়ভূষণ চৌধুৰী। তেখেত যে মহাবিদ্যালয়খনিৰ পৰিচালনা সমিতিৰ সভাপতি সেইকথা মই পিচতহে জানিব পাৰোঁ। সাক্ষাৎকাৰত বিষয় বিশেষজ্ঞ, অধ্যক্ষ মহোদয়ে বিষয়ৰ ওপৰত প্ৰশ্ন সুধিলে— ময়ো যথা সম্ভৱ উত্তৰ দি গলো। শেষত চৌধুৰীদেৱৰ প্ৰশ্ন সোধাৰ পাল। কিন্তু তেখেতে বিষয়ৰ কোনো প্ৰশ্ন নুসুধি মোক মাত্ৰ সুধিবলৈ আৰম্ভ কৰিলে— 'আপ্‌নি'... মই তপৰাই ক'লো— 'ছাৰ মোক 'আপুনি' সম্বোধন নকৰিলেই সুখী হ'ম।' অতি সুখৰ কথা— ছাৰেও লগে লগে 'তুমি'(পিচলৈ 'তই')ৰে পুনঃ আৰম্ভ কৰিলে— 'তুমি এটা চেংচন পোষ্টত কাম কৰি আছা, আমাৰ কলেজখান ডেফিচিত পাইচি মুঠে, চৰকাৰোৰ ঘৰোৰ পইচাপাতি নাই, তুমি পইচা-পাতি নাপালি কেনেকেন চল্‌বা।' প্ৰশ্নটি যথাৰ্থতে বাস্তৱ। প্ৰশ্নটিৰ জোখেৰে মই উত্তৰ দিলো। সাক্ষাৎকাৰ শেষ। কপালৰ ফেৰত অকণমান পলমকৈ হ'লেও ১৯৯১ ইং চনৰ ১ জুন তাৰিখে সেই পদত যোগদান কৰি আজিও সেৱা আগবঢ়াই আছোঁ। চৌধুৰীদেৱৰ দেহান্তৰৰ সময়লৈ প্ৰায় আঠবছৰ কাল তেখেতৰ সান্নিধ্য পালোঁ— কেতিয়াবা তেখেতৰ ৰিহাবাৰীস্থ বাসভৱনত, মহাবিদ্যালয়ত হয়তো কেতিয়াবা মহাবিদ্যালয় সম্পৰ্কীয় কাম-কাজৰ বাবে বিভিন্ন অফিছ কাছাৰীত।

'চক্ৰোবোৰ্তী, তই এতে কৰাত মাটি অলপ লোইচানা?'— স্থিতপ্ৰজ্ঞ চৌধুৰী ছাৰৰ এই প্ৰশ্নটি একান্ত বৈষয়িক যেন লাগে। কিন্তু এই বৈষয়িক প্ৰশ্নৰ মাজত লুকাই আছে স্বদেশ-স্বজাতিৰ প্ৰতি থকা প্ৰেম। তেখেতৰ মতে গুৱাহাটীত ভূমি আনৰ হস্তান্তৰ কৰিব নালাগে যথা সম্ভৱ অসমীয়া মানুহৰ দখলত থাকিব লাগে। এনে এক দৃষ্টিভংগী আগত ৰাখি তেখেতে আমাক গুৱাহাটীত এটুকুৰা মাটি কৰিবলৈ পৰামৰ্শ দিয়ে। আমাৰ

সহকৰ্মীসকলকো একে পৰামৰ্শকে দিছিল। এদিন ছাৰক যেতিয়া জনালোঁ— 'ছাৰ, আপোনাৰ পৰামৰ্শমতে গনেশপাৰাত মাটি ডেৰকঠা কিনিলো'— তেতিয়া চৌধুৰী ছাৰে বৰ আনন্দ প্ৰকাশ কৰিছিল। লগে লগে উপদেশ দিছিল— 'তই তাতে কেইডেলমান 'ভেলুৱেবুল ত্ৰি' ৰূ, পিচোক লাগি কামোত আইহ্বো।' পৰিতাপৰ কথা ছাৰৰ এই মূল্যবান গছৰুৱাৰ পৰামৰ্শ আজিও পালন কৰিব নোৱাৰিলোঁ। মানুহগৰাকীৰ মন-মগজুত এনে দেখাৰ অৰ্থনৈতিক আঁচনি, পৰিকল্পনাই ঠাহ খাই আছিল। সুযোগ-সুবিধা পালে পৰিকল্পনাৰ কথাবোৰ উজাৰি কৈছিল।

চৌধুৰীছাৰে এবাৰ বৰ আকস্মিকভাৱে উপদেশ দিছিল অসমৰ মুখ্যমন্ত্ৰী প্ৰয়াত হিতেশ্বৰ শইকীয়াদেৱক। ঘটনাটো বৰ আমোদজনক অথচ বিস্ময়কৰ। ১৯৯৫ ইং চনৰ কথা। ৰাধাগোবিন্দ বৰুৱা মহাবিদ্যালয়ত অসম কলেজ অধ্যক্ষ পৰিষদৰ ২৪তম্ বাৰ্ষিক অধিবেশনৰ পূৰ্ণ আয়োজন। সেই অধিবেশনত অসমৰ মাননীয় মুখ্যমন্ত্ৰী হিতেশ্বৰ শইকীয়া মুখ্য অতিথি হিচাপে যোগদান কৰাৰ কথা। শইকীয়াদেৱক নিমন্ত্ৰণী পত্ৰখন দিবলৈ সন্ধিয়া সময়ত মহাবিদ্যায়ৰ অধ্যক্ষ ড° ফণীধৰ কলিতা (বৰ্ত্তমান অৱসৰ প্ৰাপ্ত), জ্যেষ্ঠ অধ্যাপক ড° ধৰণীধৰ গোস্বামী (এতিয়া এখেত- ৰহা কলেজৰ অধ্যক্ষ), অসমীয়া বিভাগৰ মুৰব্বী অধ্যাপক ড° দিলীপ বৰা (এতিয়া এখেত গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগৰ কোক্ৰাঝাৰ চৌহদৰ ৰীডাৰ তথা মুৰব্বী) আৰু আমি চৌধুৰীছাৰক লগত লৈ মুখ্যমন্ত্ৰী শইকীয়াৰ বাসভৱন পালোঁ। আমাৰ বাবে সাক্ষাৎকাৰৰ সময় আগতীয়াকৈ নিৰ্দ্ধাৰণ কৰা হৈছিল যদিও মুখ্যমন্ত্ৰী বাসভৱনত নাই। ভূ- লৈ গম পোৱা গ'ল যে— মুখ্যমন্ত্ৰী যোৰহাটৰ ৰাজহুৱা সভাত অংশ গ্ৰহণ কৰি উভতি অহাৰ পথত। গতিকে আমি অপেক্ষা কৰি থাকিলোঁ। মাজতে ড° হেম প্ৰভা শইকীয়ানী মহোদয়াই (তেতিয়া গুৱাহাটী পৌৰ নিগমৰ মেয়ৰ) আমাৰ খা-খবৰ লৈ চাহ-পানীৰ ব্যৱস্থা কৰিলে। কিছুসময় পিছত মুখ্যমন্ত্ৰী আহি পালে। আহিয়েই অসম কলেজ অধ্যক্ষ পৰিষদৰ মানুহ অহা বুলি জানি পাঁচ মিনিট পিচতেই দেখা কৰিব বুলি জনালে। ঠিক পাঁচ মিনিট পিচতে মুখ্যমন্ত্ৰীৰ ব্যক্তিগত কাৰ্য্যালয়ৰপৰা আমাক মাতি পঠিওৱা হ'ল। আমি গৈ কোঠাত আসন গ্ৰহণ কৰিলোঁ। মুখ্যমন্ত্ৰী শইকীয়াদেৱে চৌধুৰীছাৰক পাই আনন্দিত হ'ল। কুশল-বতৰা সুধিলে। চৌধুৰীছাৰেও নিজৰ বতৰা জনাই, কোনো প্ৰসংগৰ অৱতাৰণা নকৰি আৰম্ভ কৰিলে— 'তুমি আহুন হিতেশ্বৰ কেইখেনমান গুৱালকুছি কৰাহা' বুলি পৰামৰ্শ আগবঢ়ালে। শইকীয়াদেৱেও কথাটো ভাবি থকা বুলি আশ্বাস দিলে। আমি আটায়ে উৎকণ্ঠিত একোগৰাকী নীৰৱ শ্ৰোতা। সেই সময়তে কাষত ড° হেমপ্ৰভা শইকীয়ানী মহোদয়াও আছিল। এইবাৰ চৌধুৰীছাৰে লগে লগে শইকীয়ানী মহোদয়াক

ক'বলৈ ধৰিলে— 'তুমি আহুন যে দৰ্মহাটু বাৰালা, কেনেকেন বাৰালা, সেটু এটা এমেনমেণ্ট হবা লাগ্‌বো নহয়, তুমি আহুন ইচ্ছা কোল্লিয়েতো বাৰবা নবা নোহোয়।'— শইকীয়ানী মহোদয়াই কথাখিনি অতি সহজে মানি ললে। সেই সময়ত কোঠাত থকা নিৰাপত্তাৰক্ষী বিষয়াসকলৰ চাল-চলনৰ কিছু পৰিবৰ্ত্তনৰ কথা আমি লক্ষ্য নকৰাও নহয়। ছেগ বুজি এজনৰ কাণে কাণে কৈ আহিলো— 'এই গৰাকী ব্যক্তি কটন কলেজৰ প্ৰফেচাৰ শ্ৰীযুত বিনয় ভূষণ চৌধুৰী, এখেত সকলোৰে শিক্ষাগুৰু।' ইতিমধ্যে ছেগ বুজি অধ্যক্ষ শ্ৰীযুত কলিতাদেৱে নিৰ্দিষ্ট বিষয়ত মুখ্যমন্ত্ৰী শইকীয়াৰ লগত আলোচনা আৰম্ভ কৰিলে, পৰিস্থিতিও সলনি হ'ল। ঘটনাখিনি নিঃসন্দেহে আমোদজনক। এনেকৈ স্বয়ং অসমৰ মুখ্যমন্ত্ৰীক, গুৱাহাটী পৌৰ নিগমৰ মেয়ৰক উপদেশ দিয়া— সমালোচনা কৰা সম্ভৱ মাত্ৰ ̊ বিনয় ভূষণ চৌধুৰীদেৱৰ বাবেহে। এনে সম্ভাৱনীয়তাৰ মূল কাৰণো ̊ চৌধুৰী দেৱৰ বিশাল ব্যক্তিত্ব বুলিয়েই ভাবিব পাৰি। ছাৰৰ কেইখনমান গুৱালকুছি গঢ়াৰ যি পৰিকল্পনা সেই পৰিকল্পনা যদি বাস্তৱত ৰূপায়িত কৰিবলৈ চেষ্টা কৰা হ'লে— আজি হয়তো নিবনুৱা সমস্যাই অসমক অগ্নিগৰ্ভা কৰিব নোৱাৰিলেহেঁতেন। ছাৰৰ পৰিকল্পনা যথাৰ্থতে বাস্তৱ আছিল কিন্তু সি অৰণ্যত ৰোদনহে হ'ল। হক কথা কোৱাত ছাৰৰ কোনো লুক-ঢাক নাছিল— সেই কথাও শইকীয়ানী মহোদয়াক কোৱা কথাৰ পৰাই ধাৰণা কৰিব পাৰি।

চৌধুৰীদেৱে আমাৰ ব্যক্তিগত জীৱনৰো বহু খবৰেই ৰাখিছিল। এদিন অধ্যক্ষ মহোদয়ৰ কোঠালিতে আচম্বিতে সুধিলে— 'চক্ৰোবোতি বিয়া নাপাতা? মই কি উত্তৰ দিম থতমত খাই গলো মোৰ অৱস্থাৰ কথা বুজি নিজেই তেখেতে এই সম্পৰ্কত নিজৰ জীৱনৰ কথাৰে এক সান্ত্বনা উপদেশ দিলে। এই গৰাকী চৌধুৰীছাৰ ৰাধাগোবিন্দ বৰুৱা মহাবিদ্যালয়ৰ বাবে আছিল এজোপা বিশাল বটবৃক্ষ। যাৰ ছাঁত ৰাধাগোবিন্দ বৰুৱা মহাবিদ্যালয় পৰিয়ালে নিৰাপদে জিৰণী লৈছিল। কিন্তু নিয়তিৰ কি নিষ্ঠুৰ পৰিহাস— এই বিশাল বট-বৃক্ষৰূপী চৌধুৰীছাৰে ১৯৯৮ ইং চনৰ ২০ জুন তাৰিখে অন্তিম শয়ন কৰিলে। চৌধুৰী ছাৰ— আজি আমাৰ মাজত নাই সঁচা– কিন্তু তেখেতৰ স্মৃতি সকলোৰে মণিকোঠাত চিৰসেউজ হৈ থাকিব। তেখেতৰ মাত-কথাৰ অনুৰণন সকলোৰে হৃদয়ত প্ৰতিধ্বনিত হৈ থাকিব।●

# Binoy Bhushan Chaudhury "Sir" : Reminiscences

**Hiren Gohain**

In this part of the country it is customary to refer to one's teacher by his surname followed by the honorific "Sir". We do not feel a bare "Professor Chaudhury" does sufficient justice to our feeling of affection and reverence for our teacher. Personally I consider this usage, however unusual, rather suited to our traditions and sentiments.

I was in Cotton College for two years and Chaudhury 'Sir' was one of the teachers who taught us Assamese. We rather stood in awe of our teachers, and during those two years I did not get close to him. We were also fresh from school and perhaps Chaudhury 'Sir' did not consider us mature enough to be taken into his confidence.

In 1957 I joined Presidency College in Kolkata as an English Honours student. During one of my frequent trips back home I ran across a number of my former teachers from Cotton College. I found Chaudhury 'Sir' in a relaxed mood. He encouraged me to study hard and warmed to the subject of his own experience as a P.G. student in Kolkata. He spoke at length on the qualities of his teacher, their command of English, their dramatic mode of delivering lectures in the class-room, the impression they made on their students. He told me that I had the opportunity of a life-time and must not let it go waste. I still recall his enthusiasm and generous spirits from that chance encounter.

Chaudhury 'Sir' did not write much. The motto, "publish or perish", had not been taken to heart by college teachers at

that time. They studied in their leisure, brushing up their knowledge, but often did not care to write. Chaudhury 'Sir' would have retired gracefully into old age, a revered neighbour and citizen, like many other old teachers of Cotton College. But he had a public spirit and a social vision. After his retirement he plunged into public activities and became a mayor of the Guwahati Municipal Corporation. He undertook many schemes of civic welfare during his term, only some of which could be implemented for want of funds. But later people used to recall his interest in public welfare, the patient hearing he gave to their complaints and grivences, and his sincere desire to help. No one questioned his integrity, which has now become a rare commodity.

Two of my experiences have left an indelible impression on my mind. In 1972 I wrote against the movement to impose Assamese as the sole medium of instruction on all colleges of Assam. My reasons were both academic and social. I thought that unless carefully planned and gradually implemented, the scheme might lead to a lowering of standards and a decline in the competence of our graduates. (This fear has now been proved to be not without foundation). Secondly I feared it might widen the rift between Assamese-speaking and non-Assamese communities of Assam. But there was at that time such a fervent sub-national atmosphere in the state that most people thought me an enemy of the people ! I remember the pain and humiliation I felt when at a wedding practically everyone turned his back on me, leaving me like an outcast. Only one of the guests Binoy Bhusan Chaudhury 'Sir', came up to me, put his hand gently on my shoulder, and said in a voice touched with profound understanding and sympathy : "Hiren, perhaps you should leave controversial topics aside in your writings." It required both

courage and humanity to make that gesture in those days. On that day I understood and felt deep respect for Choudhury Sir's qualities as a fine and noble human being.

The second incident again belonged to a period when Assam was convulsed with public excitement and passion. The ULFA was then at the peak of its popularity, and encouraged by the silence and the support of the great majority of writers and intellectuals, had perpetrated a number of inhuman outrages. Along with a few friends, I mobilised whatever little support we could muster in protest against such cruelties and irrational activities. One of our protests took the form of a procession of elders. People like Satish Chandra Rajkhowa, former D.P.I. and Vice Chancellor of Gauhati University, and late Dandeswar Gogoi had responded with unexpected enthusiasm. But what deeply touched me was the sense of commitment I found in Chaudhury 'Sir' and the late Jiten Das, former Vice Chancellor of Dibrugargh University. These two senior citizens were naighbours. Both of them at once accepted our invitation without the slightest hesitation and doubt. They came in a ricksaw together right on the dot for the procession and in spite of their frail health stayed on till the end. Their sense of duty to the community and the nation was so impassioned that in those dark times when our heart often sank at public apathy to unspeakable terrorist activities, it lifted my spirit out of anxiety and fear.

I take this opportunity to declare I am proud to have been a pupil of this large-souled teacher, who taught by both words and example.●

# Dr. Kakati's Boswell : Homage to Professor Binoy Bhushan Chaudhury

**Upendranath Sarma**

Professor Binoy Bhushan Chaudhury joined Cotton College as a lecturer in 1949, the year I passed out of it. Though I did not have the benefit of his teaching in the Assamese class, I have always looked to him as my teacher. He was friendly and well-wishing to his students as well as his younger colleagues. He was like an elder brother to most of us.

Sir made many contributions to public life. He was elected Mayor of the Gauhati Municipal Corporation for three consecutive terms, a feat equalled by few in India or abroad. This speaks volumes about his calibre and the integrity. Though called upon to adorn so high an office in public life, he lived a meagre, unostentatious life. Such men are rare in the country, today.

Professor Chaudhury never failed in any of his undertakings. He was a distinguished educationists. He was associated with the making of many institutions including the R.G. Baruah college, Guwahati of which he was the chief architect. The way he inducted me to this institution evokes sweet memories. This gave me an opportunity to see him grapple with educational problems. I saw him scouting from institutions to institutions for stand by him travelling miles everyday in a ricksaw.

The son of an outstanding teacher Sir was every inch a professor, whatever his success in public undertakings. He knew the strength and weakness of his younger colleagues in the

Cotton College and tried to help them out in all possible ways. His advice was always helpful and practical. An M.A. in both English and Assamese with adequate knowledge of these subjects, and a life-long companion of Dr. Kakati he could have easily made a mark as a scholar, but he was drawn towards social activities. However, he never tired of encouraging others to do scholarly work. While a Professor, he was in the forefront of all academic and extra-curricular activities of the college. I had an opportunity to watch him at close quarters when Cotton College hosted the All India Oriental Conference. Much of the Success of this conference and the History Congress held in Guwahati was due to his untiring effort. After retirement, he worked whole-heartedly for the uplift of educational institutions.

With all his organisational activities the image of Professor Chaudhury that comes to my mind is that of a teacher. After retirement, I had been passing through a critical stage of my career as a student of literature. When I met him in his residence sometime back he suggested a topic which I might undertake. The suggested field caught my imagination, but slipped out of my memory owing to some pre-occupation. It hurt me, so I betook myself to his Rehabari residence to refresh my memory and to congratulate him on the exceullent article on Dr. Kakati he had contributed to the Centenary volume published from Barpeta entitled "Bhasatattvabid Banikanta Kakati" only to find him lying bed-ridden. Baideo made me stand by his bed-side and asked him if he could recognise me. The words he uttered were, "where is your daughter?" I was overwhelmed by his tenderness and humanity. This was my last glimpse of this large-hearted man.

From what I knew of his acumen and the little that I have read of his writings, I can safely assert that Professor Chaudhury

could have easily established himself as a writer. The article on Dr. Kakati already referred to is a masterpiece in miniature and worth a volume. After reading the essay in the K. K. Handique library of the Gauhati University, I even dallied with the idea of writing an article entitled "Dr. Kakati's Boswell".

Sir knew Kakati from close quarters. A close relative (Mrs. Kakati was his elder cousin-sister) and a neighbour, he was the life-long companion of the great scholar and he always accompanied him in his evening strolls. At the end of such a stroll in that fatal evening, Dr. Kakati collapsed on his shoulders. Professor Chaudhury observed and noted every turn and twist in the life of this great man, and recorded every gesture, habit and foible. The result is a wonderful piece of work which portrays the man as he was in flesh and blood. Dr. Kakati had modelled his life on Dr. Johnson who had Boswell, the greatest biographer of the world to draw out these human qualities of the great scholar. Others have written about Dr. Kakati's scholarship and his rough exterior, but Kakati the man could be portrayed only by Professor Chaudhury. ●

# Remembering
# Late Professor Binoy Bhushan Choudhury

**Dambaru Pathak**

Professor Binoy Bhushan Choudhury was a many splendoured personality. He was a Professor and Head of the Department of Assamese of Cotton College, Guwahati and his contributions in diverse fields like education, culture, socio-religious organisations, Gauhati Municipal Corporation as a Mayor, Arya Vidyapith College, Radha Gobinda Barua College, Banikanta College of Teachers Education, Indian History Congress, All India Oriental Conference are quite remarkable. With whatever spheres he was involved he left behind a stamp of fruitful legacy to be remembered for all time to come.

As a Professor in the Cotton College he was very popular not only among his colleagues but also among the students, because of his sincerity and amiability. All students of the college loved and respected for he was easily accessible to them for any help or advice. He had the magnatising capacity of attracting everybody to bring to his side to feel at home. He knew almost all the students of the college by their faces and names in spite of the fact that some of them were not his direct students. It shows how much he loved the student community. He was *ajatsatru* (having no enemy) and he could mix with all kinds of people irrespective of their high or low status and this was possible because by nature he was a person who loved the humanity. In all he was a perfect gentleman and steadfast humanitarian.

Professor Choudhury was like a elder brother to me. He

was a close friend of my elder brother, Late Bhabendra Mohan Pathak, a distinguished academician. Hence Professor Choudhury was almost a member of our family. In all our family matters including matrimonial he was one of the persons to whom we could approach for guidance. Even in the matter of the education of our children or for their upbringing in a right path he used to give us sound advice. On his death we are deprived of a sincere friend, philosopher and guide.

I fine, we pray to God to shower the heavenly bliss to his soul to rest in peace, serenity and tranquility. ●

# A man of Dynamic Quality

**Phanidhar Kalita**

The man with whom I had the opportunity to come to a very close contact was Prof. Binoy Bhusahan Chowdhury. He was the founder president of R.G. Baruah college and gave a bold leadership to this institution till his death. It was because of his unique and impartial leadership the college had rapid growth and in all fronts and came to the present position.

He was a great educationist as well as a social worker. He was the retired Professor and Head of the department of Assamese of renouned Cotton College and ex-Mayor of Gauhati Municipal Corporation. During the tenure of his service in the college, he earned a great reputation as a man of pure heart , refined test and good behaviour. All the teachers and the students loved him very much. He was dearer to the students and the teachers. While addressing the students and teachers he generally used his favourite word "Gadha", but no body disliked him for such type of behaviour. When the students approached him and requested for entertaining them with a cup of tea, he with a loughing face addressed them as "Kia Gadhahat, do you like to take tea ? take money." It is also said that he spent major amount of his salary in the entertainment of others. But unlikely an incident took place in view of address to a new teacher as "Gadha". He was greatly annoyed with such type of address to him by Chowdhury Sir and complained against him to the Principal. The Principal requested the teacher to take seat and called for Chowdhury. He immediately after entering into the room addressed the Principal, "Kia Gadha, why you have called

for me." Then the teacher came to know that this was his usual lovely behaviour. So, later on he become greatly friend to Sir. He was greatly loved and respected by all. I had the ocassion to go to the chamber of the Chief Minister Hiteswar Saikia with Sir. When we entered the room of the Chief Minister, he stood from his chair and requested Sir to take seat which is generally a rare phenomenon. On another ocassion I went with him to meet the then Planning and Development Secretary Shri Bhaskar Baruah for some college affairs to his chamber. Shri Baruah also stood from his chair and requested Chowdhury SIr to take chair. Another day when both of we entered into the chamber of the Education Secretary Mr. B. Gohain who was at that time addressing a meeting of the officers, he also stood from the chair and told the officers how Sir was dearer to the cottonians and entertained them with tea very off and on. On other ocassions also, I saw myself how Chowdhury Sir was shown respect by various persons of all walks of life. All this speaks of his greatness and deserved respect from all concerned.

He was not only a learned educationist but also a man of strong moral background. Whoever had came to his close touch, he or she was given moral teachings. I am also one of them. The moral lessons I got from Chowdhury Sir may be cited by two simple examples. One day when I was going to the Education Secretariate with Sir in a car he addressed me as "Phani" which was his favourite behavious to me and asked me whether I knew some X who was a corrupted Officer. When I replied that I knew him, he told me that he earned huge property and money but his old life was very painful. Except this he did not tell me anything. Another day when we were going to DPI's office for official works, he enquired whether I knew some X, a top official of education department. When I replied that I knew him, then he told me that he was a very corrupted officer and earned lot of properties; but he could not enjoy these property

and his old days become very miserable and ultimately he had to meet a painful death. With these examples of Sir wanted to make me realise not to indulge in corruption or detrimental works of the college.

Chowdhury Sir was not only a guide to me but he was also just like a father for me. Whenever I went to his residence, he greatly stressed on my reception. I still remember that immediately after my arrival at his residence, he asked Chowdhury madam, "*hera*, Phani has come, give him something to eat." Not only that he also advised me on my family afairs too.

He was also a very punctual and sincere person. When I gave a time to go to somewhere else with him for college business, he was ready before my arrival at his residence. He attended all the meetings of the college in time. He also always lended helping hands and co-operation in all college affairs and social works. I had never heard from him "no" on any constructive works. But he also did not hesitate to check misleading or irregular works of anybody. He was homely to the members of the teaching staff and did his best to do justice to all concerned.

All these and other remarkable works and affairs of him denote greatness and dynamism in Chowdhury Sir, a man of great spirit.●

# Jetha Deuta

**Ranadeep Choudhury**

I take this opportunity to write few lines on Late Benoy Bhusan Choudhury - my "Jetha Deuta" for the commemorative volume.

It is indeed very divine to write on a selfless and pious man like my Jetha Deuta which is very rare to come across at this present scenario of our society. My description on Late Benoy Bhushan Choudhury will make the reader feel that such a selfless, kindhearted, lovable personality did exist who possessed a vast knowledge of every aspect of human life.

I found "Jetha Deuta" to be a person who was always ready to extend help to anybody in distress. That help was in the form of advice, guidance, financial to some extent or in any form possible on his part. Jetha was always ready to leave no stone unturned to rescue a person from difficult situations. Jetha was always ready to put forward his valuable advice to anybody in every aspect of our day to day life. And at times his advice use to solve many complicated matters. The following incident will reveal the impact of his advice and help.

Once my father wanted to extend a part of our existing house. My father was in dilemma how to do it because according to the mason the expenditure was too high. Jetha came to father's rescue and directed the mason how to do it at a minimum cost. This showed his knowledge and experience in house building matter too and at the same time revealed his true nature of extending help to others.

My younger brother Jitu was down with typhoid fever and was very serious. My parents were nervous because he was

not responding to the physicians treatment. Jetha came to know and immediately went to Dr. Harish Sarma (Child specialist) and requested him to visit the patient. Dr. Sarma keeping aside the rest of his patients rushed to our residence and rendered his needful treatment. Dr. Sarma told us that it was not possible to turn down Jetha's request. This very clearly shows Jetha's personality.

One of the outstanding qualities of Jetha Deuta was that he was very fond of treating people with edibles of their choice. "Lutomoni you had the boiled cake", he use to ask me because I was very fond of the boiled cake." Jitu how was the pulao and chicken," he used to ask my younger brother because he was very fond of it. Whoever visited Jetha's residence he would enquire whether the guest was served properly or not.

Jetha Deuta was always asked by people to settle disputes. The disputes relating to land, family matters, marriage etc. were settled by him. Jetha's decision was readily accepted by the concerned person for his impartial nature, Besides having a command on legal matter he use to understand the sentiments of the persons involved in various disputes. This always help in settling down complicated and difficult issues.

Jetha was very much health conscious. He use to advice me to take proper food and regular exercise for a healthy life. Jetha himself use to walk long distances everyday.

Jetha's advice, guidance and encouragement regarding my studies has a very special place in my life. Right from my school days to the professional career he use to give his valuable guidance. When I got my selection for the course of Bachelor of Dental Surgery (BDS) at the Regional Dental Collage, Guwahati, Jetha accompanied me to our college on the day of my admission. The founder principal of the college Dr. B. R.

Bhuyan greeted Jetha Deuta with profound respect because Principal Sir was Jetha Deuta's student.

I never found Jetha Deuta sitting ideal at home. He was always busy reading books of his choice, writing articles covering different aspects of day to day life, enjoying television mostly the news and the sports programme. He enjoyed watching cricket match in the television. Sometimes he use to discuss regarding the performances of the players of the Indian team. Infact in one word Jetha was a perfect "all rounder".

It is not possible to write every thing about this great personality. This will be a never-ending script, but what I wanted to express through the above paragraphs is that is very rare to come across a personality like Late Benoy Bhusan Choudhury. We should try to develop the qualities of Jetha Deuta to lead a happy and contended life and make the life of people around us smoother, easier and better towards a good future.

With prayer to the "Almighty" for the peace of the departed soul, I conclude my description on "Jetha Deuta".●

# A Tribute

**Jyotsna Bhattacharyya**

It was about 36 years back that I came in contact with Late Binoy Bhushan Choudhury. In 1964, Nov 24, I joined Cotton College, as a lecturer of Philosophy - just after my return from United Kingdom. Naturally I was a bit hesitant among strangers - and it was my firstday in a profession as well. Somebody offered me a chair and I find to make polite conversation with them. Suddenly somebody's voice boomed, "So you are joining today - you are from Jorhat - are n't you ? I know your husband - he was in Barpeta, working as SDMO."

I looked towards the gentleman, who seemed to be so friendly. He was a stocky man with rugged features - His expression was daunting - yet there was a twinkle in his eyes. His exterior was rough but he kept some young lecturers enthralled with witty talks. They were laughing - but his language and way of talking seemed to be very rough. I wondered how he could keep the listeners so amused. Then he turned towards me and said in an amused voice, "you know what ? People from Upper Assam are very soft spoken - and they do not know how to talk in a rough manners. That is their handicap. Now - our people are always rough and frank - they do not have any hypocrisy. They say whatever comes to their head - without any hesitation." Everybody laughed with him - so did I - since I had no idea how to reply to his comments.

I asked somebody about his identity - and was told that he was Binoy Bhushan Choudhury, Professor of Assamese. In the coming days very soon I came under his spell - students and

staff love him - his language was often abrasive but nobody took offence - since everybody knew that under his rough exterior he had a heart of gold. He was always generous and helpful - in my association with him, which covered quite a few years, I never heard him talking ill of anybody. He was out spoken to a fault - and never hesitate to call a spade, a spade. That is what was so endearing about him. I found that he was not only endearing to the staff members and students - but he was equally interested in their families as well. He gave sound advice to anybody, who asked for it.

When he left the college after retirement, Cotton College lost one of its most outspoken and lovably persons. He had a very good knowledge of not only Assamese literature - but other subjects as well. He was a good and skilled teacher - and could keep the students attentive for the whole period with witty and lucid explanation. We all missed him and the staff common room was not the same again with enlightening and amusing activities, in which Professor Choudhury excelled.

After retirement too he led an active life - and become the Mayor of Gauhati Municipal Corporation - and made sincere attempts to improve the condition of the city as well as the residents. Even after holding the high office, he led his simple life as before - and did not have an iota of conceit.

Gradually his health broke down - but his spirit remained indomitable. Finally he left the world peacefully in 1998 in the month of June. May his soul rest in peace. ●

# প্ৰাথমিক স্কুলৰ শিক্ষক বাছনি

*[প্ৰাথমিক স্কুলৰ শিক্ষক বাছনি সম্পৰ্কে প্ৰয়াত চৌধুৰীদেৱৰ মতামত হাতে লিখা অৱস্থাত পোৱা এই লেখাটিত প্ৰকাশ পাইছে।]*

স্কুলীয়া শিক্ষা আৰম্ভ হয় প্ৰাথমিক স্কুলত আৰু অন্ত পৰে উচ্চতৰ মাধ্যমিক স্কুলত। গতিকে প্ৰাথমিক স্কুলৰ শিক্ষাৰ লগত হাইস্কুলৰ শিক্ষা আৰু হাইস্কুলৰ শিক্ষাৰ লগত উচ্চতৰ মাধ্যমিক স্কুলৰ শিক্ষাৰ সম্বন্ধ আছে। এটাক বাদ দি আনটোৰ কথা ভাবিব নোৱাৰি। প্ৰাথমিক স্কুলতে শিক্ষাৰ বুনিয়াদ সুদৃঢ় কৰি গঢ়ি তুলিব নোৱাৰিলে, হাইস্কুল বা উচ্চতৰ মাধ্যমিক পৰ্য্যায়ত শিক্ষাৰ মান উন্নত কৰা কঠিন। প্ৰাথমিক পৰ্য্যায়ৰ মান উন্নত কৰিব লাগিলে, প্ৰাথমিক স্কুলত উপযুক্ত শিক্ষক নিযুক্তি দিয়া প্ৰয়োজন।

কিছুদিন ধৰি কাগজে-পত্ৰে প্ৰাথমিক স্কুলৰ শিক্ষক বাছনি সম্বন্ধে সমালোচনা ওলাই আছে। এই সমালোচনাত চৰকাৰে নিযুক্তি দিয়া বাছনি কমিটিৰ অনিয়ম, অবিচাৰ, স্বজন-প্ৰীতি, দুৰ্নীতি আদিৰ কথা প্ৰকাশ পাইছে।

প্ৰাথমিক স্কুলৰ শিক্ষা আগৰ তুলনাত এতিয়া বেছি গুৰুত্বপূৰ্ণ হৈছে। আগতে তৃতীয়মান আৰু চতুৰ্থমান শ্ৰেণী দুটা হাইস্কুলৰ লগত আছিল। বৰ্তমানে এই শ্ৰেণী দুটা প্ৰাথমিক বিদ্যালয়ৰ লগত সংযোগ কৰা হৈছে। হাইস্কুলত এই শ্ৰেণী দুটাত নৰ্মাল পাছ শিক্ষকে পঢ়ুৱাইছিল। নৰ্মাল পাছ শিক্ষকৰ ভাষা, অংক, ভূগোল আদিৰ জ্ঞান প্ৰাথমিক বিদ্যালয়ৰ শিক্ষকতকৈ অধিক। নৰ্মালস্কুলত শৈক্ষিক পদ্ধতিও এটা বিষয় হিচাপে পঢ়িব লাগে। বাছনি কমিটিয়ে যিবোৰ প্ৰাৰ্থীক বাছনি কৰিছে, তেওঁলোকৰ শৈক্ষিক পদ্ধতি সম্বন্ধে একো জ্ঞান নাই।

গতিকে আমাৰ বিবেচনা মতে চৰকাৰে বাছনি কমিটিক প্ৰয়োজনকৈ অধিক প্ৰাৰ্থীক বাছনি কৰিবলৈ দিব লাগিছিল। বাছনিত উঠা প্ৰাৰ্থীসকলক এবছৰ বিভিন্ন বিষয়ত প্ৰশিক্ষণ দি, তেওঁলোকৰ পৰীক্ষা লৈ পৰীক্ষাত উত্তীৰ্ণ হোৱা প্ৰাৰ্থীকহে শিক্ষক হিচাপে নিযুক্তি দিয়াৰ ব্যৱস্থা কৰিব লাগিছিল। তেতিয়া বাছনি কমিটি কোনো সমালোচনাৰ সন্মুখীন নহ'লহেঁতেন। শিক্ষক সকলৰো শৈক্ষিক অৰ্হতা বাঢ়িলহেঁতেন।

উচ্চ মাধ্যমিক শেষান্ত পৰীক্ষাৰ শোচনীয় ফলৰ বাবে বহুলাংশ প্ৰাথমিক স্কুলৰ শিক্ষাকে দায়ী বুলি ক'ব পাৰি। প্ৰাথমিক বিদ্যালয়ত যিমানখিনি জ্ঞান আহৰণ কৰিব লাগে, সিমানখিনি জ্ঞান আহৰণ নকৰাকৈ আহি ছাত্ৰ-ছাত্ৰীয়ে হাইস্কুলৰ পঞ্চমমান শ্ৰেণীত নাম লগায়।

যিবোৰ স্কুলে প্ৰাথমিক বিদ্যালয়ৰ পৰা অহা ছাত্ৰ-ছাত্ৰীক কোনো পৰীক্ষা নোলোৱাকৈ পঞ্চমমান শ্ৰেণীত ভৰ্ত্তি হ'বলৈ দিয়ে তেনে স্কুলৰ উচ্চমাধ্যমিক শেষান্ত পৰীক্ষাৰ ফল সাধাৰণতে বেয়া হয়। কেতিয়াবা এনে স্কুলৰ পৰা এজনো প্ৰাৰ্থীয়ে উত্তীৰ্ণ নহয়। কিন্তু যিবোৰ স্কুলে পৰীক্ষালৈ উপযুক্ততাৰ ভিত্তিত নাম ভৰ্ত্তি কৰে, তেনে স্কুলৰ পৰীক্ষাৰ ফল সচৰাচৰ ভাল হয়।

আমি ভাবোঁ চৰকাৰে প্ৰাথমিক স্কুলৰ কাৰণে এখন পৰীক্ষাবোৰ্ড গঠন কৰিব লাগে। এই বোৰ্ডে পৰীক্ষা পাতি যিবোৰ ছাত্ৰ-ছাত্ৰী বোৰ্ডে পতা পৰীক্ষাত উত্তীৰ্ণ হব, তেনে ছাত্ৰ-ছাত্ৰীকহে হাইস্কুলত নাম লগাবলৈ দিব লাগে। পঞ্চমমানত পঢ়াৰ অনুপযুক্ত ছাত্ৰ-ছাত্ৰীক হাইস্কুলত নাম লগাব দিয়াৰ কাৰণে উচ্চ মাধ্যমিক শেষান্ত পৰীক্ষাত অকৃতকাৰ্য্যৰ সংখ্যা দিনক দিনে বাঢ়ি গৈ আছে। বোৰ্ডৰ যাবতীয় খৰছ চৰকাৰে বহন কৰিব লাগিব। চৰকাৰে শিক্ষাৰ নামত যথেষ্ট টকা খৰছ কৰিছে, যেনে, ল'ৰা-ছোৱালীক বিনামূলীয়াকৈ কিতাপ দিছে, পঢ়াৰ কাৰণে কোনেও মাছুল দিব নালাগে। তদুপৰি শিক্ষক-শিক্ষয়িত্ৰীৰ দৰমহাৰ কাৰণে কোটি কোটি টকা খৰছ হ'ব ধৰিছে। গতিকে ইমানবোৰ খৰছৰ তুলনাত বোৰ্ডৰ বাবে হোৱা খৰছ নগণ্য হ'ব। ইমান টকা খৰছ কৰা স্বত্বেও পৰীক্ষাৰ ফল সন্তোষজনক নহয়। গতিকে চৰকাৰৰ ধন তথা ৰাইজৰ ধন অপব্যয় হৈছে। এনে অপব্যয় কমাব লাগিলে প্ৰাথমিক পৰ্য্যায়ৰ পৰা শিক্ষাৰ ভেঁটি সুদৃঢ় কৰিব লাগিব। শিক্ষাৰ ভেঁটি তেতিয়াহে সুদৃঢ় হ'ব যদিহে বাছনি কমিটিয়ে নিস্বাৰ্থভাবে উপযুক্ত শিক্ষক বাছনি কৰে আৰু বোৰ্ডে পতা পৰীক্ষাত উত্তীৰ্ণ হোৱা ছাত্ৰ-ছাত্ৰীকহে যদি হাইস্কুলত পঢ়িবলৈ দিয়ে।

শিক্ষাৰ মান নিম্নগামী হোৱাৰ ঐতিহাসিক কাৰণ নোহোৱা নহয়। স্বাধীনতাৰ পিছত ভাৰত চৰকাৰে ৰাজ্য চৰকাৰবোৰক বহুতো প্ৰাথমিক বিদ্যালয় স্থাপন কৰিবলৈ নিৰ্দ্দেশ দিলে আৰু ইয়াৰ কাৰণে যি ধনৰ প্ৰয়োজন হ'ব সেই ধন ভাৰত চৰকাৰে ৰাজ্য চৰকাৰক মঞ্জুৰি হিচাপে দিলে। ভাৰত চৰকাৰে দিয়া ধন যাতে

ঘূৰি নেযায় তাৰ প্ৰতি লক্ষ্য ৰাখি অসম চৰকাৰে বহুতো প্ৰাথমিক বিদ্যালয় স্থাপন কৰিলে কিন্তু অভাৱ হ'ল উপযুক্ত শিক্ষকৰ। গতিকে উপযুক্ত শৈক্ষিক অৰ্হতা নথকা ব্যক্তিকো শিক্ষক হিচাপে নিযুক্তি দিবলৈ বাধ্য হ'ল।

সেই সময়ত শিক্ষিত লোকৰ সংখ্যা বৰ কম আছিল। তেতিয়া শিক্ষিত লোকৰ সংখ্যা আজিৰ তুলনাত কিমান আছিল সেইটো ১৯৪৮ চনত গুৱাহাটী বিশ্ববিদ্যালয়ে পোন প্ৰথমবাৰৰ বাবে পতা মেট্ৰিকুলেছন পৰীক্ষাৰ পৰাই বুজিব পাৰি। গুৱাহাটী বিশ্ববিদ্যালয়ৰ অধীনত তেতিয়া অৰুণাচল, মেঘালয়, মিজোৰাম, মণিপুৰ আৰু নগালেণ্ডৰ ছাত্ৰ-ছাত্ৰীও পৰীক্ষা দিছিল। সৰ্বমুঠ পৰীক্ষাৰ্থীৰ সংখ্যা আছিল প্ৰায় ৬০০০ মানহে। কেৱল অসমৰ পৰাই এই বছৰ ২,১৯,৪৫৭ পৰীক্ষাৰ্থীয়ে পৰীক্ষা দিছিল।

স্বাধীনতাৰ পিছত কেবাটাও কাৰিকৰী অনুষ্ঠানৰ জন্ম হৈছিল। চৰকাৰে কিছুমান নতুন বিভাগ খুলিছিল আৰু পুৰণি বিভাগবোৰৰ সম্প্ৰসাৰণ ঘটাইছিল। তেতিয়া আজিৰ দৰে চাকৰিৰ সমস্যাও জটিল নাছিল। বেচিভাগ ছাত্ৰ-ছাত্ৰীয়ে মেট্ৰিক পাছ কৰি নতুনকৈ পতা অনুষ্ঠানত পঢ়িছিল অথবা কোনো চাকৰি লৈছিল। তেতিয়া অইন চাকৰিৰ তুলনাত প্ৰাথমিক বিদ্যালয়ৰ শিক্ষকৰ দৰমহা বৰ কম আছিল। গতিকে উপযুক্ত শৈক্ষিক অৰ্হতা থকা কোনেও প্ৰাথমিক বিদ্যালয়ৰ শিক্ষক হ'বলৈ ইচ্ছা নকৰিছিল।

ইতিমধ্যে পৰ্য্যায়ক্ৰমে তৃতীয়মান আৰু চতুৰ্থমান শ্ৰেণী দু'টা হাইস্কুলৰ পৰা অপসাৰিত কৰি প্ৰাথমিক বিদ্যালয়ৰ লগত সংযোগ কৰা হ'ল। কিন্তু পুৰণি শিক্ষকসকলৰ শৈক্ষিক অৰ্হতা আগৰ দৰেই থাকিল। শিক্ষকসকলক নতুনকৈ সংযোগ কৰা শ্ৰেণী দুটাত পঢ়োৱাৰ জোখাৰে কোনো প্ৰশিক্ষণৰ ব্যৱস্থা নকৰিলে। প্ৰাথমিক বিদ্যালয়ৰ শিক্ষা স্থিতাৱস্থাতে ৰ'ল। ক্ৰমান্বয়ে প্ৰতিবছৰে মেট্ৰিকুলেছন পৰীক্ষাৰ ফলাফল নিম্নগামী হ'ব ধৰিলে। ইয়াৰ প্ৰতিক্ৰিয়া হিচাপে নগৰত বহুতো ইংৰাজী মাধ্যমৰ মণ্টেছৰী স্কুল স্থাপিত হ'ল। মণ্টেছৰী স্কুলৰ শিক্ষক-শিক্ষয়িত্ৰী প্ৰায়বোৰেই ডিগ্ৰীধাৰী। এইকাৰণে মাতৃভাষাৰ মাধ্যমৰ স্কুলৰ তুলনাত ইংৰাজী মাধ্যমৰ স্কুলৰ শিক্ষা অধিক উন্নত হ'ল। এই কথা সহজে ধৰিব পাৰি। ইংৰাজী মাধ্যমৰ স্কুলৰ পৰা প্ৰতিবছৰে শতকৰা ৮০/৯০ জন ছাত্ৰ-ছাত্ৰীয়ে উচ্চ মাধ্যমিক শেষান্ত পৰীক্ষাত উত্তীৰ্ণ হয়। আনহাতে মাতৃভাষাৰ মাধ্যমৰ স্কুলৰ পৰা অতি

কম সংখ্যক ছাত্ৰ-ছাত্ৰীহে উত্তীৰ্ণ হয়। কেতিয়াবা একোখন স্কুলৰ পৰা এজনো পৰীক্ষাৰ্থী উত্তীৰ্ণ নহয়। গতিকে ইংৰাজী মাধ্যমৰ স্কুলত পঢ়া ল'ৰা-ছোৱালীৰ সংখ্যা বছৰে বছৰে বাঢ়ি গৈ আছে।

ইংৰাজী মাধ্যমৰ স্কুলত ল'ৰা-ছোৱালী পঢ়োৱাৰ প্ৰৱণতা কেৱল নগৰতে আবদ্ধ হৈ থকা নাই। ই গাৱঁলৈকেও বিয়পিছে। গাওঁৰ পৰা ৬/৭ মাইল দূৰৈতো যদি ইংৰাজী মাধ্যমৰ কোনো মিছনাৰী স্কুল থাকে বহুতো অভিভাৱকে তালৈকে ল'ৰা-ছোৱালীক পঢ়িবলৈ পঠায়। কাৰণ সকলো অভিভাৱকে ইচ্ছা কৰে যে তেওঁলোকৰ ল'ৰা-ছোৱালীও ভাল শিক্ষা পাওঁক।

যিসকলে ল'ৰা-ছোৱালীক ইংৰাজী মাধ্যমৰ স্কুলত পঢ়ুৱায় তেওঁলোকে কয় যে মাতৃভাষাৰ মাধ্যমৰ স্কুলত ইংৰাজী শিক্ষা একেবাৰে নিম্নস্তৰৰ। গতিকে ভৱিষ্যতে ল'ৰা-ছোৱালী কলেজ বা বিশ্ববিদ্যালয়ত পঢ়িব লাগিলে ইংৰাজীভাষাৰ অধিক জ্ঞানৰ প্ৰয়োজন হয়। এই যুক্তি একেবাৰে উলাই কৰিব নোৱাৰি। কাৰণ উচ্চ মাধ্যমিকৰ পৰা আৰম্ভ কৰি স্নাতক পৰীক্ষালৈকে দেখা গৈছে যে ইংৰাজী বিষয়ত মাতৃভাষাৰ মাধ্যমত পঢ়া ছাত্ৰ-ছাত্ৰীৰ অনুত্তীৰ্ণৰ হাৰ অধিক। কিন্তু ইংৰাজী মাধ্যমৰ স্কুলত পঢ়াৰ কুফলো নোহোৱা নহয়। ইংৰাজী মাধ্যমৰ স্কুলত পঢ়া ল'ৰা-ছোৱালীৰ নিজৰ সংস্কৃতি, ভাষা, সাহিত্যৰ জ্ঞান আহৰণ নকৰে। শংকৰদেৱ, মাধৱদেৱ আদিৰ কথাই নাই, এনেকি বেজবৰুৱা, গোহাঞি বৰুৱা আদিৰ বিষয়েও বিশেষ একো নাজানে। ইংৰাজী মাধ্যমত পঢ়া ল'ৰা ছোৱালী এটা বিশেষ শ্ৰেণীত পৰিণত হয়। এনেকি সিহঁতৰ লগ লাগিলে ইংৰাজীতহে কথা-বতৰা হব পাৰে।

গতিকে জাতীয় সংস্কৃতিৰ পৰিপন্থী ইংৰাজী মাধ্যমৰ স্কুলৰ প্ৰভাৱ দূৰ কৰি সকলোকে মাতৃভাষাৰ মাধ্যমৰ স্কুলৰ প্ৰতি আকৰ্ষিত কৰিব লাগিলে আমাৰ স্কুলীয়া শিক্ষাত যি আসোঁৱাহ আৰু দুৰ্বলতা আছে তাক গুচাব লাগিব। আমি ভাবোঁ যে প্ৰাথমিক বিদ্যালয়ৰ তৃতীয়মান শ্ৰেণীৰ পৰাই ইংৰাজী এটা বিষয় হিচাপে শিকোৱাৰ ব্যৱস্থা কৰিব লাগে। বৰ্তমান হাইস্কুলৰ ৫ম মান শ্ৰেণীৰ পৰা ইংৰাজী শিকোৱাৰ যি ব্যৱস্থা আছে তাৰ পৰা ছাত্ৰ-ছাত্ৰীয়ে ইংৰাজীৰ যথেষ্ট জ্ঞান আহৰণ নকৰে। গতিকে ইংৰাজী পাঠ্যক্ৰমৰো কিছু পৰিবৰ্তন আৰু পৰিবৰ্দ্ধন কৰাৰ দৰ্কাৰ হৈ পৰিছে। প্ৰতিবছৰে এক বুজন সংখ্যক ছাত্ৰ-ছাত্ৰীক ইংৰাজীত "গ্ৰেছ" নম্বৰ দিহে উত্তীৰ্ণৰ হাৰ বঢ়োৱা হয়। শিক্ষাৰ প্ৰগতিৰ কাৰণে ই শুভ লক্ষণ নহয়।

অৱশ্যে শৈক্ষিক অৰ্হতা থকা লোকৰ বৰ্তমান অভাৱ নাই। এই কথা সহজে বুজিব পাৰি। নিবনুৱা শিক্ষিত লোকৰ সংখ্যা দিনক দিনে বাঢ়িছে। একোটা সৰু চাকৰিৰ কাৰণে হেজাৰ হেজাৰ স্নাতকে দৰ্খাস্ত কৰে। এইবাৰ বহুতো ডিগ্ৰীধাৰী প্ৰাৰ্থীয়ে প্ৰাথমিক বিদ্যালয়ৰ শিক্ষকৰ পদৰ বাবে দৰ্খাস্ত কৰিছিল। কিন্তু বাচনি কমিটিয়ে এনে পৰীক্ষাৰ্থীক বাছনি নকৰিলে। সেয়েহে স্বজন-প্ৰীতিৰ অভিযোগ উঠিছে। বাছনি কমিটিৰ কোনো এজন সদস্যৰো যদি কোনো প্ৰাৰ্থী বাছনিত স্বাৰ্থ থাকে, তেতিয়া গোটেই বাছনি কমিটিটোৰে স্বাৰ্থ থকা বুলি ভাবিব পাৰি। কাৰণ সেইজন সদস্যই আন সদস্যকো প্ৰভাৱান্বিত কৰা বুলি সন্দেহ কৰা হয়। এনে সন্দৰ্ভত চুপ্ৰীম কোৰ্টে কৰা মন্তব্য উদ্ধৃতি দিয়া হ'ল—

"In deciding a question of bias, human probabilities and ordinary course of human conduct have to be taken into consideration. In a group deliberation and decision, like that of a Selection Board, the members do not function as computers. Each members of the group or board is bound to influence the others." (AIR 1976 SC)

যেতিয়া স্বজন-প্ৰীতিৰ কথা বাছনি কমিটিৰ বিপক্ষে উঠিছিল, তেতিয়া চৰকাৰে অনুসন্ধান কৰি অভিযোগ মিছা প্ৰমাণিত হ'লে প্ৰেছ বিজ্ঞপ্তিৰ দ্বাৰা ৰাইজক জনোৱা উচিত আছিল আৰু অভিযোগ সঁচা হ'লে, তেনে বাছনি নাকচ কৰি পুনৰ বাছনি কৰিবলৈ নিৰ্দ্দেশ দিব লাগিছিল।

যোৱা চাৰিটা দশকত গোটেই পৃথিৱীতে বিজ্ঞান আৰু প্ৰযুক্তি বিদ্যাৰ অভূতপূৰ্বত সাফল্য আৰু উন্নতি হৈছে। ভাৰতবৰ্ষতো এই দিশত কম উন্নতি হোৱা নাই। অদূৰ ভৱিষ্যতে বিজ্ঞান আৰু প্ৰযুক্তিবিদ্যাৰ আৰু অধিক উন্নতি হ'ব। ইয়াৰ প্ৰতি লক্ষ্য ৰাখি ভাৰত চৰকাৰে যি নতুন শিক্ষা-নীতিৰ কথা কৈছে তাত বিজ্ঞান আৰু প্ৰযুক্তি বিদ্যাৰ ওপৰতহে বেচি গুৰুত্ব আৰোপ কৰিছে। গতিকে ছাত্ৰ-ছাত্ৰীক প্ৰাথমিক পৰ্য্যায়ৰ পৰাই বিজ্ঞানমুখী কৰা দৰ্কাৰ। ইয়াৰ কাৰণে বিজ্ঞান বিষয়ত যথেষ্ট ব্যুৎপত্তি থকা ব্যক্তিক শিক্ষক হিচাপে নিযুক্তি দিয়াৰ ব্যৱস্থা কৰিব লাগে।

অসম গণ পৰিষদ চৰকাৰে প্ৰত্যেকখন প্ৰাথমিক বিদ্যালয়ৰ কাৰণে দুজনকৈ শিক্ষক নিযুক্তি দিব বুলি কৈছে। গতিকে তাৰে এজন ১০+২ বছৰীয়া পাঠ্যক্ৰমৰ

বিজ্ঞানৰ শেষান্ত পৰীক্ষাত উত্তীৰ্ণ হোৱা প্ৰাৰ্থীক বাছনি কৰিব লাগিছিল। কোনো এটা অঞ্চলত এনে প্ৰাৰ্থীৰ অভাব হ'লে অইন অঞ্চলৰ পৰা তেনে প্ৰাৰ্থীক নিযুক্তি দিয়া উচিত আছিল। কিন্তু চৰকাৰে আঞ্চলিক ভিত্তিত বাছনি কমিটি গঠন কৰিছে। প্ৰত্যেকটো আঞ্চলিক কমিটি সেই অঞ্চলৰ প্ৰাৰ্থীকহে বাছনি কৰিছে। গতিকে এটা আঞ্চলিক কমিটি বাছনিৰ ক্ষেত্ৰত যি নীতি অৱলম্বন কৰিছে আন এটা কমিটি তেনে নীতি গ্ৰহণ কৰা নাই। সেয়েহে বাছনি বৈষম্যমূলক হৈছে। আমি ভাবোঁ যে দেশখনৰ কাৰণে এটা বাছনি কমিটি কৰিব লাগিছিল। এটা কমিটিয়ে বাছনি কৰিলে কোনো বৈষম্য নাথাকিলহেঁতেন। গোটেইখন দেশতে একেধৰণৰ একে পাঠ্যক্ৰমৰ শিক্ষা দিয়া হয়। গতিকে শিক্ষকসকলোৰো একে শৈক্ষিক অৰ্হতা থকা দৰ্কাৰ।

অসমৰ বিজ্ঞানৰ শিক্ষা যি পৰিমাণে উন্নতি হ'ব লাগিছিল সেই পৰিমাণে উন্নতি হোৱা নাই যেন লাগে। কাৰণ, প্ৰতিযোগিতামূলক পৰীক্ষাৰ মাধ্যমেৰে ভৰ্ত্তি হ'ব লগা সৰ্বভাৰতীয় প্ৰযুক্তি বিদ্যাৰ অনুষ্ঠানত আমাৰ ইয়াৰ ছাত্ৰ-ছাত্ৰীয়ে আশানুৰূপভাবে কৃতকাৰ্য্যতা লাভ নকৰাৰ বাবে ভৰ্ত্তি হ'ব নোৱাৰে। কোনো বছৰ দুই চাৰিজন ছাত্ৰ-ছাত্ৰীহে ভৰ্ত্তি হ'ব পাৰে। কোনো বছৰ এজনেও ভৰ্ত্তি হ'ব নোৱাৰে। গতিকে প্ৰাথমিক স্কুলৰ পৰাই বিজ্ঞান শিক্ষাৰ ওপৰত গুৰুত্ব দিব লাগে। ইয়াৰ বাবে উপযুক্ত শিক্ষক নিযুক্তি দিব লাগিব। প্ৰয়োজন হ'লে প্ৰাথমিক স্কুলৰ শিক্ষকৰ দৰমহা বঢ়াই দি উপযুক্ত শিক্ষক নিযুক্তি দিয়া কৰিব লাগে। আমাৰ ইয়াত শিক্ষাৰ মান নিম্নগামী হৈছে অথবা স্থিতাৱস্থাতে আছে তাক সহজে অনুমান কৰিব পাৰি। সৰ্বভাৰতীয় চাকৰিৰ ক্ষেত্ৰত অসমৰ পৰা কেতিয়াবা এজন বা দুজনেহে পৰীক্ষাত কৃতকাৰ্য্য হয়। বৰ্তমানে অসম চৰকাৰে এনে পৰীক্ষাৰ্থীৰ কাৰণে প্ৰশিক্ষণৰ ব্যৱস্থা কৰিছে। এনে প্ৰশিক্ষণৰ পৰা বিশেষ লাভ নহয়। গছৰ গুৰিত পানী দিলেহে গছ সজীৱ হয়। ওপৰত পানী ছটিয়ালে একো লাভ নহয়। গতিকে প্ৰাথমিক পৰ্য্যায়ৰ পৰা শিক্ষাৰ মান উন্নত কৰিবলৈ চেষ্টা কৰা উচিত বুলি আমি ভাবোঁ। ●

# নবোদয় বিদ্যালয়

*[ এই লেখাটি 'দৈনিক অসম' কাকতৰ ২৬।২।৮৭ ৰ সংখ্যাত 'নবোদয় বিদ্যালয়' অসমত হ'ব নালাগে বুলি জনৈক নাথে লিখা চিঠিৰ প্ৰতিক্ৰিয়া প্ৰকাশ কৰি বিনয় ভূষণ চৌধুৰীদেৱে লিখিছিল। তাকেই 'নবোদয় বিদ্যালয়' সম্পৰ্কত প্ৰয়াত চৌধুৰীদেৱৰ অভিমত হিচাপে প্ৰকাশ কৰা হ'ল। — স.ম. ]*

(১) ভাৰত-চৰকাৰে প্ৰত্যেকখন জিলাতে গাওঁ অঞ্চলত একোখনকৈ নবোদয় বিদ্যালয় পতাৰ সিদ্ধান্ত কৰিছে। ইয়াৰ কাৰণে যি ধনৰ আৱশ্যক হ'ব, সেই ধন ভাৰত চৰকাৰে দিব। এনেবোৰ স্কুলত কেৱল গাৱলীয়া ছাত্ৰ-ছাত্ৰীক প্ৰতিযোগিতা মূলক ব্যৱস্থাৰে প্ৰতিভাৰ ভিত্তিত ভৰ্তি কৰা হ'ব।

(২) নবোদয় বিদ্যালয়বোৰ আবাসিক। এনে বিদ্যালয়ত যিবোৰ ল'ৰা-ছোৱালী প্ৰতিভাৰ বলত ভৰ্তি হ'ব পাৰিব তেওঁলোকৰ বাবে অভিভাৱক সকলে এটা পয়চাও খৰছ কৰিব নালাগে। এওঁলোকৰ বাবে খোৱা, পিন্ধা, খেলা-ধূলা দৰৱ আদিৰ কাৰণে যি খৰছ হ'ব সেই সকলো খৰছকে বিদ্যালয়ৰ কৰ্ত্তৃপক্ষই বহন কৰিব। এনেকি বিদ্যালয় বন্ধ হ'লে ঘৰলৈ অহাৰ বাবে অথবা বন্ধৰ পিছত পুনৰ বিদ্যালয়লৈ যোৱাৰ কাৰণে যি খৰছ সেই টকাখিনিও বিদ্যালয়ৰ কৰ্ত্তৃপক্ষই দিব। এইখিনিতে নবোদয় বিদ্যালয় আৰু অইন আবাসিক স্কুলৰ পাৰ্থক্য। আবাসিক স্কুলত কেৱল ধনী মানুহৰ ল'ৰা ছোৱালীহে ধন থকাৰ কাৰণে বহুল অৰ্থ ব্যয় কৰি পঢ়িবলৈ সুবিধা পায়। দুখীয়া মানুহৰ ল'ৰা-ছোৱালী যিমানেই প্ৰতিভাশালী নহওক কিয় ধন নথকাৰ কাৰণে আবাসিক স্কুলত পঢ়িবলৈ নোৱাৰে। এই কথাটোৰ প্ৰতি লক্ষ্য ৰাখি ভাৰতৰ প্ৰধান মন্ত্ৰী ৰাজীৱ গান্ধীয়ে নবোদয় বিদ্যালয় পতাৰ ওপৰত গুৰুত্ব দিছে যাতে প্ৰতিভা থকা সম্বলবিহীন মানুহৰ ল'ৰা-ছোৱালীৰ আবাসিক স্কুলৰ সমপৰ্য্যায়ৰ "নবোদয় বিদ্যালয়ত" পঢ়াৰ সুযোগ পায়।

(৩) নবোদয় বিদ্যালয়ৰ পৰা শতকৰা ২০ জন ছাত্ৰ-ছাত্ৰীক এখন ৰাজ্যৰ পৰা আন এখন ৰাজ্যলৈ পঢ়াৰ কাৰণে পঠোৱা হ'ব। বিভিন্ন ৰাজ্যলৈ অহা-যোৱা খৰছকে ধৰি যাৱতীয় থকা-খোৱাৰ খৰছ সকলো ভাৰত চৰকাৰে বহন কৰিব। এনেদৰে এখন ৰাজ্যৰ পৰা আন এখন ৰাজ্যলৈ শিক্ষা আহৰণ কৰিবলৈ পঠোৱাৰ

মূল উদ্দেশ্য হ'ল ৰাষ্ট্ৰীয় সংহতিৰ ভেঁটি সুদৃঢ় কৰা। দেশ স্বাধীন হোৱাৰ পিছৰ পৰাই কিছুমান ৰাজ্যত উৎকট আঞ্চলিকতাৰ ভাব গা কৰি উঠিছে। কম-বেছি পৰিমাণে আঞ্চলিক ভাব থাকিবই কিন্তু আক্ৰমণাত্মক আঞ্চলিকতা দেশৰ কাৰণে মংগলজনক নহয়। নবোদয় বিদ্যালয়ৰ মাধ্যমেৰে বিভিন্ন ৰাজ্যলৈ ছাত্ৰ-ছাত্ৰীক পঠোৱাৰ মূল উদ্দেশ্য হ'ল ছাত্ৰ-ছাত্ৰীৰ মাজত সৰ্বভাৰতীয় সংহতিৰ ভাব ৰোপণ কৰা। তদুপৰি ভাৰতৰ বিভিন্ন প্ৰান্তৰ ভাষা-সংস্কৃতিৰ বিষয়ে ছাত্ৰ-ছাত্ৰীক অবগত কৰোৱা।

(৪) নবোদয় স্কুলৰ কাৰণে প্ৰতিভাশালী ল'ৰা-ছোৱালীক উপযুক্ত পৰীক্ষা নিৰীক্ষাৰ মাজেৰে কেন্দ্ৰীয় নবোদয় বিদ্যালয় সংগঠনে নিৰ্বাচন কৰিব। নগৰত বাস কৰা মানুহৰ ঘৰ গাওঁত থাকিলেও তেওঁলোকৰ ল'ৰা-ছোৱালী যদি প্ৰতিভাশালী নহয় তেনেহলে তেওঁলোকৰ ল'ৰা -ছোৱালী নবোদয় বিদ্যালয়ত পঢ়াৰ সুযোগ নেপাব? প্ৰতিখন জিলাৰ পৰা কিমানজন ব্যক্তিয়ে নগৰত ঘৰ সাজিয়েই বা বাস কৰিছে? গাৱঁলীয়া মানুহৰ স্বাৰ্থত ব্যাঘাত ঘটিলে গাৱঁলীয়া ৰাইজেই বাধা দিব। নবোদয় বিদ্যালয়ৰ বাবে শিক্ষক নিয়োগ আৰু ছাত্ৰ-ছাত্ৰী নিৰ্বাচন কেন্দ্ৰীয় নবোদয় বিদ্যালয় সংগঠনে কৰিব। ইয়াত ৰাজ্য চৰকাৰৰ কোনো হাত নাথাকিব। গতিকে কোনেও পিছ দুৱাৰেদি আহিব নোৱাৰিব।

(৫) নবোদয় বিদ্যালয়ত ৮ম মানলৈ ৰাজ্য ভাষাৰ মাধ্যমেৰে শিক্ষাদান কৰা হ'ব। ৯ম আৰু ১০ম মানত ইংৰাজী বা হিন্দী জাপি দিয়াৰ প্ৰশ্ন নুঠে। অসমৰ গাৱঁ অঞ্চলত অহিন্দীভাষী মানুহেই বাস কৰে। গতিকে ইয়াত ৯ম, দশম মানত ইংৰাজী মাধ্যমেৰে শিক্ষা দান কৰা হ'ব। প্ৰাক্-স্বাধীনতা যুগত ইংৰাজী ভাষাক শাসকৰ ভাষা হিচাপে ভবা হৈছিল কিন্তু বৰ্তমানে ইংৰাজীক আন্তৰ্জাতিক ভাষা হিচাপে গ্ৰহণ কৰা হৈছে আৰু ইংৰাজীৰ মাধ্যমেৰেহে সূক্ষ্ম আৰু উচ্চস্তৰৰ বিজ্ঞান আৰু প্ৰযুক্তি বিদ্যাৰ জ্ঞান আহৰণ কৰিব পাৰি। সেইকাৰণে ইংৰাজী ভাষাক অৱহেলা কৰিব নোৱাৰি। লগতে এইখিনি কথাও কৈ থোৱা উচিত হ'ব যে নবম আৰু দশম মান শ্ৰেণীতো ৰাজ্যিক ভাষা এটা বিষয় হিচাপে লাগিব। যেতিয়া ৮ম মানলৈ ৰাজ্যভাষাৰ মাধ্যমেৰে পাঠদান কৰা হ'ব তেতিয়া ৰাজ্যভাষা জনা ব্যক্তিক কেন্দ্ৰীয় বিদ্যালয় সংগঠনে নিযুক্তি দিবলৈ বাধ্য হ'ব।

(৬) গাঁৱ অঞ্চলত এনে বহুতো প্ৰতিভাশালী আৰু মেধাবী ছাত্ৰ-ছাত্ৰীআছে যিসকলে দুবেলা দুমুঠি খাবলৈ নেপায়, পিন্ধিবলৈ এখন কাপোৰ, পঢ়িবৰ কাৰণে চাকি, জ্বলাবলৈ মাটি তেল নেপায। গতিকে এনে ছাত্ৰ-ছাত্ৰী উপযুক্ত পৰিবেশ

পালে নিজৰ প্ৰতিভাক বিকশিত কৰিব পাৰিব। নবোদয় স্কুলৰ মূল কথাই হৈছে প্ৰতিভাৰ অন্বেষণ। উপযুক্ত পৰিবেশ সৃষ্টি কৰি প্ৰতিভাক বিকশিত হ'বলৈ দিয়াই নবোদয় স্কুলৰ উদ্দেশ্য।

গতিকে গণ পৰিষদ চৰকাৰে নবোদয় স্কুল পতাৰ সপক্ষে মত দি দুখীয়া ছাত্ৰ-ছাত্ৰীৰ উপকাৰ কৰক। ভাৰতৰ বিভিন্ন ৰাজ্যাই নবোদয় বিদ্যালয় পতাৰ কাৰণে ব্যৱস্থা লৈছে। গতিকে অসম চৰকাৰে এইক্ষেত্ৰত পিছপৰি থকা উচিত নহ'ব বুলি আমি ভাবোঁ। ●

# শিক্ষাৰ সংকট— ১

বৰ্তমান বিধান সভাত ১৯৮৮-৮৯ চনৰ বাজেট অধিবেশন চলি আছে। শিক্ষাৰ শিতানত চৰকাৰে বিচৰা মঞ্জুৰীৰ ওপৰত চলা আলোচনাত শাসক আৰু বিৰোধী পক্ষৰ বিধায়ক সকলে সমানে ভাগ লৈছিল। বাতৰি কাকতত এইবোৰ আলোচনাৰ কথা কম পৰিমাণে হলেও প্ৰকাশ পাইছে। তেওঁলোকৰ আলোচনাৰ আঁত ধৰি শিক্ষাৰ সংকট কি দৰে ঘটিব ধৰিছে তাৰে এটি পৰ্য্যালোচনা আগবঢ়ালোঁ।

কংগ্ৰেছ (আই)ৰ সদস্য শ্ৰী নাছিৰুদ্দিন আহমেদে স্কুলৰ শিক্ষকে 'প্ৰাইভেট টিউচন' কৰা বন্ধ কৰিব লাগে বুলি দাবি কৰিছিল। শিক্ষামন্ত্ৰীয়ে উত্তৰত কৈছিল, চৰকাৰে স্কুলৰ শিক্ষকে 'প্ৰাইভেট টিউচন' কৰা বন্ধ কৰাৰ কথা ভবা নাই। এই উক্তিৰ প্ৰতিক্ৰিয়া সুদূৰ প্ৰসাৰি। এই উক্তিৰ দ্বাৰা চৰকাৰে পৰোক্ষভাৱে 'প্ৰাইভেট টিউচন' কৰাটোৰ সমৰ্থন জনাইছে। ৰাইজৰ অভিযোগ শিক্ষকসকলে স্কুলত নপঢ়াব, পঢ়ালেও বছৰটোত পঢ়াবলগীয়া পাঠখিনি শেষ নকৰে। মন্ত্ৰীৰ অভিপ্ৰায় জানি শিক্ষকসকলে আগতে যি অলপ পঢ়াইছিল, এতিয়া সেইখিনিত পঢ়ুৱাবলৈ বাদ দি 'টিউচন' কৰাতে ব্যস্ত থাকিব।

স্কুলত শিক্ষকসকলে ভালদৰে নপঢ়োৱাৰ কাৰণে বছৰে বছৰে উচ্চ আৰু উচ্চতৰ মাধ্যমিক পৰীক্ষাৰ ফল নিম্নগামী হৈ আহিছে। শতকৰা ২৫।৩০ জন মানহে উত্তীৰ্ণ হোৱা বুলি দেখুওৱা হয়। কিন্তু আচলতে শকতৰা ১২।১৫ জন মানহে উত্তীৰ্ণ হয়। বোৰ্ড আৰু কাউন্সিলে অনুগ্ৰহিত (গ্ৰেছ) নম্বৰ দিহে উত্তীৰ্ণৰ হাৰ বঢ়াই দেখুৱায়। বহুতো প্ৰাদেশীকৃত হাইস্কুলৰ পৰা ৬।৭ জনেহে উত্তীৰ্ণ হয়। এনেকি যোৱা বছৰৰ হাইস্কুলৰ শেষান্ত পৰীক্ষাত কেইখনমান প্ৰাদেশীকৃত স্কুলৰ পৰা এজনো উত্তীৰ্ণ হোৱা নাই। আনহাতে ইংৰাজী মাধ্যমৰ স্কুলৰ পৰা শতকৰা ৮০।৯০ জনে উত্তীৰ্ণ হয়।

হাইস্কুলৰ শেষান্ত পৰীক্ষাত উত্তীৰ্ণ হৈ বহুতে উচ্চতৰ মাধ্যমিক শ্ৰেণীত বিজ্ঞান পৰে। বিজ্ঞান পঢ়া প্ৰত্যেকজন ছাত্ৰ-ছাত্ৰীয়ে প্ৰাইভেট টিউটৰৰ অধীনত পঢ়িবলৈ বাধ্য হয়। কাৰণ উচ্চ মাধ্যমিক পাঠ্যক্ৰমৰ লগত উচ্চতৰ মাধ্যমিকৰ বিজ্ঞানৰ পাঠ্যক্ৰমৰ কোনো যোগসূত্ৰ নাই। বিজ্ঞান এনে এটা বিষয়, ছাত্ৰ-ছাত্ৰীয়ে ঘৰত নিজে পঢ়ি আয়ত্ব কৰিব নোৱাৰে।

উচ্চতৰ মাধ্যমিক শেষান্ত পৰীক্ষাৰ ফলৰ পৰা দেখা গৈছে, ধনৰ অভাৱত প্ৰাইভেট টিউচন ল'ব নোৱাৰা দুখীয়া ছাত্ৰ-ছাত্ৰীয়ে পৰীক্ষাত ভাল ফল দেখুৱাব নোৱাৰে।

প্ৰায়বোৰ ছাত্ৰ-ছাত্ৰীয়ে ঘাটি মঞ্জুৰী পোৱা কলেজবোৰত পঢ়ে। জুলাই মাহৰ দ্বিতীয় বা তৃতীয় সপ্তাহৰপৰা শ্ৰেণীত পঢ়া আৰম্ভ হয়। পূজালৈকে পঢ়া ভালদৰে চলে। পূজাৰ বন্ধৰ পিছত কলেজ সপ্তাহ আদিৰ কাৰণে শ্ৰেণী ভালদৰে নবহে। গৰমৰ বন্ধ হ'ব লাগে জুন মাহৰ এক তাৰিখৰ পৰা। কিন্তু শ্ৰেণী বন্ধ হয় ডিচেম্বৰ মাহৰ মাজভাগৰ পৰাই। তেতিয়াৰ পৰাই কলেজত বিভিন্ন পৰীক্ষা হ'বলৈ ধৰে। অধ্যাপক সকলে কোঠালিৰ অভাৱত উচ্চতৰ মাধ্যমিকৰ বাবে ধাৰ্য্য কৰা পাঠখিনি শেষ কৰিব নোৱাৰে। গতিকে ছাত্ৰ-ছাত্ৰীয়ে প্ৰাইভেট টিউচন লৈ অসমাপ্ত পাঠখিনি পঢ়িবলৈ বাধ্য হয়।

আমাৰ কেবাজনো প্ৰাক্তন ছাত্ৰ আৰু বৰ্তমান কলেজৰ অধ্যাপকে কৈছে যে প্ৰাইভেট টিউচন নললে কোনোৱে পৰীক্ষাত ভাল কৰিব নোৱাৰে। তেওঁলোকৰ মতে বৰ্তমানৰ শিক্ষা ব্যৱস্থা কেৱল ধনী মানুহৰ ল'ৰা-ছোৱালীৰ বাবেহে। কাৰণ তেওঁলোকে ল'ৰা-ছোৱালীক প্ৰাইভেট টিউচন দি পঢ়ুৱাব পাৰে।

আমি আগতে উল্লেখ কৰিছোঁ স্কুলৰ পাঠ্যক্ৰমৰ লগত উচ্চতৰ মাধ্যমিকৰ পাঠ্যক্ৰমৰ কোনো যোগসূত্ৰ নাই। আমাৰ মতে দুয়োটা পাঠ্যক্ৰমৰ যোগসূত্ৰৰ সাকোঁ তৈয়াৰ কৰিব লাগে। কেন্দ্ৰীয় বিদ্যালয়ৰ দহ বছৰীয়া আৰু বাৰ বছৰীয়া পাঠ্যক্ৰমৰ এটি যোগসূত্ৰ আছে। গতিকে আমাৰ ধাৰণা তেনে ব্যৱস্থা কৰিলে ছাত্ৰ-ছাত্ৰী উপকৃত হ'ব।

নিৰ্দলীয় সদস্য শ্ৰী আব্দুল হক চৌধুৰীয়ে ইংৰাজী মাধ্যমৰ স্কুলবোৰ উঠাই দিবলৈ আৰু সেয়ে নহলে সকলোতে ইংৰাজী স্কুলৰ শিক্ষা দিবলৈ আৰু আটাইকে সমভাৱে ইংৰাজী শিকোৱাৰ ব্যৱস্থা কৰিবলৈ চৰকাৰক আহ্বান জনায়। আনহাতে শ্ৰীবিনয় খংগুৰ বসুমতাৰী প্ৰমুখ্যে কেবাজনো সদস্যই ইংৰাজী ৰখাৰ সপক্ষে মাত মাতিছিল।

ইংৰাজী মাধ্যমৰ স্কুলবোৰ গঢ়ি উঠিছে ব্যৱসায় ভিত্তিত। চৰকাৰৰ পৰা কোনো ধৰণৰ সাহায্য নেপায়। গতিকে ইংৰাজী মাধ্যমৰ স্কুলবোৰ উঠাই দিয়া কঠিন। দিনক দিনে ইংৰাজী মাধ্যমৰ স্কুলৰ সংখ্যা বাঢ়ি গৈছে। কাৰণ মাতৃভাষাৰ মাধ্যমৰ স্কুলৰ শিক্ষা ক্ৰমান্বয়ে নিম্নগামী হৈছে। ইংৰাজী মাধ্যমত পঢ়া ল'ৰা-

ছোৱালীৰ সংখ্যা শতকৰা দুজনহে। আনহাতে মাতৃভাষাৰ মাধ্যমত পৰা ছাত্ৰ-ছাত্ৰীৰ সংখ্যা শতকৰা ৯৮ জন। ইংৰাজী মাধ্যমৰ স্কুলবোৰ নগৰতে আবদ্ধ। অৱশ্যে দুই চাৰিখন স্কুল মিছনাৰীয়ে গাওঁ অঞ্চলতো স্থাপন কৰিছে। ইংৰাজী মাধ্যমৰ স্কুলৰ শিক্ষা মাতৃভাষাৰ মাধ্যমৰ তুলনাত অনেক উন্নত। উদাহৰণ হিচাপে আঙুলিয়াব পাৰি যে অলপতে হৈ যোৱা জাতীয় মেধা অন্বেষণ পৰীক্ষাত মাতৃভাষাৰ মাধ্যমৰ পৰা ১৮ জনেহে নিৰ্বাচিত হৈছে। আনহাতে ইংৰাজী মাধ্যমৰ স্কুলৰ পৰা ৬২ জনে বাছনিত উঠিছে। ইংৰাজী মাধ্যমত ল'ৰা-ছোৱালী সৰ্বসাধাৰণে পঢ়ুৱাব নোৱাৰে। ই বৰ ব্যয় বহুল। এজন অভিভাবকে হিচাপ কৰি কৈছিল যে একো একোজনক কেঃ জিৰ পৰা উচ্চ মাধ্যমিকলৈ পঢ়ুৱাব লাগিলে প্ৰায় ৬৭ হাজাৰ মান টকা খৰছ হয়। ইয়াৰ উপৰিও ইংৰাজী মাধ্যমত পঢ়া ল'ৰা-ছোৱালীৰ কাৰণে ঘৰুৱা শিক্ষক নিয়োগ কৰিব লগা হয়।

অসমৰ জন সংখ্যাৰ ৯৩ ভাগেই গাৱঁত বাস কৰে। কেৱল ৭ ভাগ মানুহে নগৰত বাস কৰে। গাৱঁত বাস কৰা জনসংখ্যাৰ তুলনাত নগৰত বাস কৰা মানুহৰ সংখ্যা বৰ কম। নগৰত ইংৰাজী মাধ্যমত পঢ়াৰ কাৰণে নগৰৰ ল'ৰা-ছোৱালীয়ে পৰীক্ষাত ভাল ফল লাভ কৰি বিভিন্ন কাৰিকৰী অনুষ্ঠানত পঢ়িবলৈ যোগ্যতা অৰ্জন কৰে। এনে কি এওঁলোকৰ অধিকসংখ্যকে তুলনামূলকভাবে ৰাজপত্ৰিত বিষয়াৰ পদো পাবলৈ ধৰিছে। ইংৰাজী মাধ্যমৰ সংখ্যা বাঢ়ি যোৱাৰ লগে লগে আগৰ তুলনাত মাতৃভাষাৰ মাধ্যমত পঢ়া ল'ৰা-ছোৱালী বিভিন্ন কাৰিকৰী অনুষ্ঠানত ক্ৰমে কম আসন পাব ধৰিছে।

যদি অধিক ইংৰাজী মাধ্যমৰ স্কুল স্থাপিত হয় মাতৃভাষাৰ মাধ্যমত পঢ়া ল'ৰা-ছোৱালীৰ ভবিষ্যত অন্ধকাৰ। ইয়াৰ কাৰণে দায়ী মাতৃভাষাৰ মাধ্যমৰ শিক্ষা। গতিকে মাতৃভাষাৰ মাধ্যমৰ শিক্ষাৰ উন্নতি কৰিব লাগিলে স্কুলবোৰক সকলো দিশতে ইংৰাজী মাধ্যমৰ সমপৰ্য্যায়লৈ আনিব লাগিব। ইয়াৰ কাৰণে লাগিব চৰকাৰৰ চোকা দৃষ্টি। বৰ্তমানে চলি থকা চৰকাৰৰ সোপা-ঢিলা শাসন কটকটীয়া কৰিব লাগিব।

আজিকালি শিক্ষকৰ নিযুক্তি হয় আঞ্চলিক ভিত্তিত। আমাৰ মতে নিযুক্তি হব লাগে যোগ্যতাৰ ভিত্তিত। কোনো অঞ্চলৰ এখন স্কুলৰ কাৰণে সেই অঞ্চলৰ কোনো নিবনুৱা শিক্ষিত ডেকাক নিযুক্তি দিবৰ কাৰণে সেই অঞ্চলৰ ৰাইজে মন্ত্ৰী বা বিধায়ক ধৰে। মন্ত্ৰী বা বিধায়কে ভোটৰ আশাত পঢ়ুৱাব যোগ্যতা নথকা ব্যক্তিকে নিযুক্তি দিবলৈ নিৰ্দেশ দিয়ে। ইয়াৰ পৰা সেই অঞ্চলৰ কোনো এজন নিবনুৱা

ডেকা সংস্থাপন হ'ল সঁচা। কিন্তু সেই অঞ্চলৰ বাইজে ভাবি চোৱা উচিত যে যোগ্যতা নোহোৱা ব্যক্তিক শিক্ষক হিচাপে নিযুক্তি দিলে সেইজন শিক্ষকেই সেই অঞ্চলৰ ল'ৰা-ছোৱালীক কি পঢ়ুৱাব। এই ল'ৰা-ছোৱালীবোৰৰ ভবিষ্যত অন্ধকাৰ নহ'ব জানো? অসম চৰকাৰে জিলা বা মহকুমা ভিত্তিত শিক্ষক বাছনি কৰা ব্যৱস্থা গ্ৰহণ কৰিবলৈ লৈছে, এনে ব্যৱস্থাৰ পৰা একো লাভ নহব। আমাৰ মতে লিখিত পৰীক্ষাৰ মাধ্যমেদি শিক্ষক বাছনি কৰা উচিত।

দেশ স্বাধীন হোৱাৰ আগৰপৰাই আমাৰ জাতীয় নেতাসকলে কৈ আহিছিল হিন্দী ৰাষ্ট্ৰভাষা হ'ব সেইকাৰণে অহিন্দী ভাষী ৰাজ্যবোৰত হিন্দী বাধ্যতামূলক বিষয় হিচাপে স্কুলত শিকোৱাৰ ব্যৱস্থা কৰিলে। কোনোখন অহিন্দী ভাষী ৰাজ্যই সদ্যহতে হিন্দীক ৰাষ্ট্ৰভাষা হিচাপে ল'বলৈ আগ্ৰহান্বিত নহয়। প্ৰত্যেকখন অহিন্দী ভাষী ৰাজ্যই নিজৰ নিজৰ মাতৃভাষাক ৰাজ্যভাষা হিচাপে গ্ৰহণ কৰিলে। স্কুল, কলেজতো শিক্ষাৰ মাধ্যম মাতৃভাষা হ'ল। আনহাতে কি কেন্দ্ৰীয়, কি ৰাজ্যৰ উচ্চ বৰ্গৰ বিষয়াসকলে তেওঁলোকৰ ল'ৰা-ছোৱালীক মাতৃভাষাৰ মাধ্যমৰ পৰিবৰ্তে ইংৰাজী মাধ্যমৰ স্কুলত পঢ়াবলৈ ললে। অসমৰ বেছিভাগ বিষয়াই মাতৃভাষাৰ মাধ্যমত পঢ়ি অহা। কিন্তু তেওঁলোকৰ ল'ৰা-ছোৱালী ইংৰাজী মাধ্যমৰ স্কুলত পঢ়াবলৈ লৈছে। তেওঁলোকে দেখিছে যে মাতৃভাষাৰ মাধ্যমৰ স্কুলৰ শিক্ষা দিনক দিনে নিম্নগামী হৈছে। কোন অভিভাবকে নিজৰ ল'ৰা-ছোৱালীৰ ভৱিষ্যত উজ্জ্বল কামনা নকৰিব? গতিকে তেওঁলোকক নিজৰ ল'ৰা-ছোৱালীক ইংৰাজী মাধ্যমৰ স্কুলত পঢ়োৱাবৰ কাৰণে দোষ দিব নোৱাৰি।

আমি ইংৰাজী মাধ্যমৰ স্কুলৰ বিৰোধিতা কৰোঁ কিন্তু ইংৰাজী এটা ভাষা হিচাপে শিকোৱাৰ পক্ষপাতি। কোনো এখন দেশে এটা বিদেশী ভাষাৰ মাধ্যমেৰে ল'ৰা-ছোৱালীক সুশিক্ষিত কৰিব নোৱাৰে। আমাৰ দেশত চিৰকাললৈ এটা বিদেশী ভাষাৰ মাধ্যমেৰে শিক্ষা দিয়া নচলিব। এনে ব্যৱস্থা স্বাধীন দেশত চলা নাই আৰু চলা উচিত নহয়। অধিক ভাষা জনা মানুহৰ গুণহে, ই দোষ নহয়। গতিকে ইংৰাজী ভাষাক অবহেলা কৰা উচিত নহব। কাৰণ — আমাৰ ল'ৰা-ছোৱালীসকলে বিভিন্ন কাৰিকৰী অনুষ্ঠান অথবা এম, এ, ল' আদি পঢ়িব লাগিলে ইংৰাজী মাধ্যমত পঢ়িব লাগে। গতিকে ইংৰাজীক প্ৰাথমিক পৰ্য্যায়ৰ পৰা মাতৃভাষাৰ দৰে এটা ভাষা হিচাপে শিকোৱাৰ ব্যৱস্থা কৰিব লাগে। দেশ স্বাধীন হোৱাৰ পিচত ইংৰাজী দেশৰ পৰা বিতাৰিত হ'ব বুলি বহুতে ভাবিছিল। এনে এটা ধাৰণাৰ বশবৰ্তী হৈ আমাৰ

শিক্ষানুষ্ঠানবোৰত ইংৰাজী শিকোৱা শিথিল কৰি দিলে। ইংৰাজীৰ পাঠ্যও প্ৰাক-স্বাধীনতা যুগৰ তুলনাত সীমিত কৰিলে। হাইস্কুলত ইংৰাজী শিকোৱা আৰম্ভ কৰে ৫ম মান শ্ৰেণীৰ পৰা। তেতিয়া শিক্ষাৰ্থীৰ বয়স হয় গৈ ১০।১১ বছৰ। নতুন ভাষা এটা ১০।১১ বছৰ বয়সত শিকাবলৈ ললে শিক্ষাৰ্থীৰ পক্ষে এটা বিদেশী ভাষা শিকা কঠিন হৈ পৰে। নতুন ভাষা এটা ৪।৫ বছৰ মানৰ পৰা শিকালেহে শিক্ষাৰ্থী সহজে সেইভাষাটো শিকিব পাৰে। গতিকে প্ৰাথমিক পৰ্য্যায়ৰ পৰাই মাতৃভাষাৰ দৰে ইংৰাজীক এটা ভাষা হিচাপে শিকোৱাৰ ব্যৱস্থা কৰিব লাগে।

মাতৃভাষা মাধ্যমত পঢ়া ল'ৰা-ছোৱালীৰ ইংৰাজী ভাষাৰ জ্ঞান সীমিত সেইকাৰণে কেন্দ্ৰীয় চৰকাৰ, ৰেল বিভাগ, বেংক, জীৱন-বীমা আদিত চাকৰি নেপায়, পালেও বৰ কম সংখ্যকেহে পায়।

শ্ৰীবসুমতাৰী আৰু কেবাজন বিধায়কে ইংৰাজী মাধ্যমৰ স্কুলৰ সপক্ষে মাত মাতিছে। তেওঁলোকে দেখিছে যে নগৰত বাস কৰা জনজাতীয় আৰু অনুসূচিত জনজাতিৰ যি সকল বিষয়াৰ ল'ৰা-ছোৱালী ইংৰাজী মাধ্যমত পঢ়িছে তেওঁলোকে সহজে কেন্দ্ৰীয় চৰকাৰ, বেংক, জীৱন-বীমা আদিত বিষয়াৰ পদ পাইছে। চাকৰি পোৱাই শিক্ষাৰ একমাত্ৰ উদ্দেশ্য নহয়। জনজাতিৰ প্ৰচেষ্টাতে বড়ো, ৰাভা আদি ভাষাই শিক্ষাৰ মাধ্যম হিচাপে স্বীকৃতি পাইছে। এনেবোৰ ভাষাৰ পূৰ্ণ বিকাশ ঘটিব যদিহে মাতৃভাষাৰ মাধ্যমেৰে শিক্ষা দিয়া হয়।

আমি আশাকৰোঁ তেওঁলোকে মত পৰিবৰ্তন কৰক। তেওঁলোকে প্ৰাথমিক পৰ্য্যায়ৰ পৰা ইংৰাজীক এটা ভাষা হিচাপে শিকোৱাৰ ব্যৱস্থা কৰিবলৈ চৰকাৰক হেচা দিয়াৰ। তেতিয়াও ইংৰাজী ভাষাত পাৰদৰ্শিতা লাভ কৰিব আৰু কেন্দ্ৰীয়ে চৰকাৰ, বেংক আদিত সহজে চাকৰি পাব। উচ্চ শিক্ষাও সহজে লাভ কৰিব পাৰিব।

চৰকাৰে যদি মাতৃভাষাৰ উন্নতি কামনা কৰে আৰু ইংৰাজী মাধ্যমৰ স্কুলৰ সংখ্যা দিনক দিনে বাঢ়ি যোৱাত বাধা দিব বিচাৰে তেনেহলে ইংৰাজীক প্ৰাথমিক পৰ্য্যায়ৰ পৰা শিকোৱাৰ ব্যৱস্থা কৰক। অন্যথা ইংৰাজী মাধ্যমৰ স্কুলৰ সংখ্যা বাঢ়ি গৈ থাকিব। আজি গাৱঁত বাস কৰা মানুহৰ ল'ৰা-ছোৱালীয়ে মাতৃভাষাৰ মাধ্যমত পঢ়ে। ইংৰাজী ভাষাৰ ব্যুৎপত্তি নথকাৰ কাৰণে ভাল চাকৰি পোৱাৰ পৰা বঞ্চিত হৈছে। বিভিন্ন কাৰিকৰী অনুষ্ঠানত আসন লাভ কৰাটো কঠিন হৈ পৰিছে। চৰকাৰ আৰু বিৰোধী পক্ষৰ সদস্যসকলে পৰীক্ষাত নকল কৰা বন্ধ কৰাৰ কাৰণে ব্যৱস্থা ল'বলৈ চৰকাৰক আহ্বান জনাইছে। নকল কৰাৰ মূলকাৰণ হ'ল শিক্ষকসকলে

স্কুলত নপঢ়ায় অথবা ছাত্ৰ-ছাত্ৰীসকলে ভালদৰে নপঢ়ে। সেইকাৰণে নকল কৰি পৰীক্ষাত উত্তীৰ্ণ হ'বলৈ বিচাৰে। এইখিনিতে উল্লেখ কৰিব খোজোঁ যে ইংৰাজী মাধ্যমৰ স্কুলত পঢ়া বা ছাত্ৰ-ছাত্ৰীয়ে পৰীক্ষাত নকলৰ কৰাৰ দৃষ্টান্ত নাই। কেৱল মাতৃভাষাৰ মাধ্যমত পঢ়া ছাত্ৰ-ছাত্ৰীহে পৰীক্ষাত নকল কৰা শুনা যায়। ভালদৰে স্কুলত পঢ়ালে আৰু ছাত্ৰ-ছাত্ৰীও ভালকৈ পঢ়া-শুনা কৰিলে নকল কৰিবলগীয়া নহয়।

আন এটা অভিযোগ যে যিসকল শিক্ষকে প্ৰাইভেট টিউচন কৰে তেওঁলোকে পৰীক্ষাত পৰ্য্যবেক্ষক হ'লে তেওঁলোকে পঢ়ুওৱা ছাত্ৰ-ছাত্ৰীক হেনো নকল কৰাত সহায় কৰে।

পৰীক্ষাত নকল হোৱাৰ আন এটি কাৰণ হ'ল প্ৰশ্নৰ কাকতত সন্নিবিষ্ট কৰা চুটি চুটি প্ৰশ্ন। এনেবোৰ প্ৰশ্নৰ উত্তৰ এটা শব্দতে দিব পাৰি। গতিকে তিনি ঘণ্টা পৰীক্ষাৰ সময়ৰ ভিতৰত এজনে আন এজনক সুধি প্ৰশ্নৰ উত্তৰ লেখা দেখা যায়। এই খিনিতে উল্লেখ কৰিব খোজোঁ ষ্টেট বেংক আদিৰ বিষয়া মকৰল কৰা পৰীক্ষাতো এনে চুটি প্ৰশ্ন দিয়া হয় কিন্তু প্ৰশ্নটোৰ উত্তৰ লিখাৰ লগে লগে উত্তৰ লিখা কাগজখন পৰ্যবেক্ষকে লৈ যায়। যদি প্ৰশ্নটোত এক নম্বৰ থাকে আৰু যদি কোনোৱে ভুল উত্তৰ লিখে তেতিয়া দুই নম্বৰ মুঠ নম্বৰৰ পৰা কটা হয়। বোৰ্ডৰ পৰীক্ষাত এনে কোনো নিয়ম নাই। গতিকে প্ৰশ্নৰ ধাৰা পৰিবৰ্তন কৰা দৰ্কাৰ।

বাতৰি কাকতত গুৱাহাটীৰ ছাত্ৰ সন্থাই প্ৰকাশ কৰিছে যে এইবাৰো উচ্চ মাধ্যমিক শেষান্ত পৰীক্ষাত নকল হৈছে। লগতে ইয়াকো কৈছে যে তেওঁলোকে ভৱিষ্যতে নকল বন্ধ কৰাৰ কাৰণে ব্যৱস্থা ল'ব। ই সুখৰ খবৰ। ছাত্ৰ সমাজে যদি এইক্ষেত্ৰত আগভাগ লৈ কাম কৰে তেতিয়া নকল কৰা কিছুপৰিমাণে বন্ধ হ'ব বুলি আমাৰ বিশ্বাস।

বিধান সভাৰ মজিয়াত আন এটা অভিযোগ উঠিছে যে ছাত্ৰ সমাজে ক্ৰমান্বয়ে শৃংখল বিহীন হৈ পৰিছে। গোটেই সমাজখনৰে নৈতিকবোধ দিনক দিনে কমি গৈ আছে। সমাজত ঘটা বিভিন্ন প্ৰকাৰৰ বিশৃংখলতাই ছাত্ৰ সমাজৰ অবচেতন মনত পৰোক্ষভাবে ক্ৰিয়া কৰাটো স্বাভাৱিকত। শৃংখলাৰ লগত দণ্ড ওতঃপ্ৰোতভাবে জৰিত। কোনো এটা অপৰাধ সংঘটিত হ'লে সেই অপৰাধৰ বাবে শাস্তি হোৱা উচিত। ছাত্ৰই কোনো অপৰাধ কৰিলে শাস্তি দিয়া নহয়। গতিকে বিশৃংখলতাৰ প্ৰকোপ দিনক দিনে বাঢ়ি যোৱাটো স্বাভাৱিক। এইখিনিতে উল্লেখ

কৰিব পাৰোঁ যে এই শতিকাৰ ষষ্ঠ দশকত আমেৰিকাতো ছাত্ৰৰ উশৃংখলতা বাঢ়ি গৈছিল। কাৰণ স্কুল কৰ্তৃপক্ষই ছাত্ৰক শাস্তি দিয়াটো নিষেধ আছিল। উশৃংখলতা বাঢ়ি যোৱাত ১৯৭১ চনত আমেৰিকাৰ চুপ্ৰীম কৰ্টলৈ এই সন্দৰ্ভত কেবাটাও গোচৰ আহিছিল। চুপ্ৰীম কোৰ্টে শাস্তি দিয়াৰ মত দিলে। আমাৰ ইয়াতো কেতবোৰ শিক্ষানুষ্ঠানে উদ্ভাওালি কৰা ছাত্ৰ-ছাত্ৰীৰ ওপৰত কোনো শাস্তিমূলক ব্যৱস্থা নলয় বা কৰ্তৃপক্ষৰ শাস্তিমূলক ব্যৱস্থা লোৱাৰ সাহস নাই। এইবাৰ শুনা গৈছে এখন প্ৰথম শ্ৰেণীৰ কলেজৰ উচ্চতৰ মাধ্যমিক পৰীক্ষাত এজন পৰীক্ষাৰ্থীয়ে নিৰীক্ষকৰ সন্মুখতে নকল কৰিবলৈ ধৰাত বাধা দিলে কিন্তু পৰীক্ষাৰ্থীজনে বাধা নমনাত অধ্যক্ষক মাতি আনিলে। অধ্যক্ষজনে হেনো নকল কৰা পৰীক্ষাৰ্থীজনৰ ওপৰত কোনো শাস্তিমূলক ব্যৱস্থা লোৱাৰ পৰিবৰ্তে ল'ৰাজনৰ ওচৰত সেও মানি ল'ৰাজনক হেনো কৈছিল— "তুমি ভাল ল'ৰা আছিলা দেখোন। তুমি এনেখননো কিয় কৰা" ইত্যাদি ইত্যাদি। ল'ৰাজনেও অধ্যক্ষ অহাৰ পিচমূহুৰ্ত্ততে পুনৰ নকল কৰিবলৈ ধৰিলে। কাৰণ শাস্তিমূলক ব্যৱস্থা নহোৱাৰ বাবে এনে কৰিবলৈ সাহস পাইছে।

কেবাজনো বিধায়কে "ভেনচাৰ" স্কুল পতাৰ বিপক্ষে মত দাঙি ধৰিছিল। আমিও "ভেনচাৰ" স্কুল পতাৰ বিৰোধিতা কৰোঁ। কাৰণ এনেবোৰ স্কুল পতা হয় পঞ্চম মানত পঢ়াৰ যোগ্যতা নহোৱা বেচি ভাগ ছাত্ৰ-ছাত্ৰীক লৈ আৰু তাত কাম কৰা শিক্ষক সকলোৰো শিকাব পৰা যোগ্যতা আছে নে নাই তাৰ প্ৰতি বিচাৰ নকৰাকৈ। বিধান সভাৰ মজিয়াত বিধায়ক সকলে ক'লে কি হ'ব। আমাৰ মন্ত্ৰীসকলেই দেখোন "ভেনচাৰ" স্কুলৰ আধাৰ শিলা স্থাপন কৰগৈ। এনে "ভেনচাৰ" স্কুলৰ শিক্ষাৰ মান নিম্নগামী। বোৰ্ডে যদি অনুগৃহীত নম্বৰ দিয়াতো বন্ধ কৰে হয়তো এজনো পৰীক্ষাৰ্থী এনে অনুষ্ঠানৰপৰা উত্তীৰ্ণ হ'ব বুলি আশা কৰিব নোৱাৰি। মন্ত্ৰী মহোদয়ক অনুৰোধ কৰো পৰীক্ষাৰ উত্তীৰ্ণৰ হাৰ বঢ়াবলৈ যধে মধে অনুগৃহীত নম্বৰ দিয়া বন্ধ কৰাব লাগে। অনুগৃহীত নম্বৰৰ ভিত্তিত উত্তীৰ্ণ হোৱা কোনো ব্যক্তিয়ে কোনো অনুষ্ঠানত শিক্ষক হ'লে শিক্ষাৰ মান কেতিয়াও উন্নত হ'ব নোৱাৰে। ●

# শিক্ষাৰ সংকট— ২

অসম লোকসেৱা আয়োগে মাধ্যমিক শিক্ষাধিকাৰ আৰু প্ৰাথমিক শিক্ষাধিকাৰৰ পদ দুটা পূৰণৰ বাবে দৰ্খাস্ত বিচাৰি বাতৰি কাতত জাননী দিছে। জাননীত উল্লেখ আছে, দৰ্খাস্তকাৰীৰ বয়স ৫০ বছৰৰ অধিক হ'ব নালাগিব। শৈক্ষিক অৰ্হতাৰ ক্ষেত্ৰত কলা, বিজ্ঞান অথবা বাণিজ্য বিষয়ত প্ৰথম বা উচ্চ দ্বিতীয় শ্ৰেণীৰ মাষ্টাৰ ডিগ্ৰীধাৰী হ'ব লাগিব। ১০ বছৰ শিক্ষকতা আৰু লগতে ৫ বছৰ প্ৰশাসনীয় অভিজ্ঞতা থকা হ'ব লাগিব। যিসকলে চৰকাৰী শিক্ষা বিভাগত কাম কৰি আছে, তেওঁলোকৰ বেলিকা ৫ বছৰৰ অভিজ্ঞতা থাকিলে হ'ব, যদিহে তেওঁলোকৰ বয়সৰ সীমা ৫০ বছৰৰ অধিক নহয়।

এইখিনিতে উল্লেখ কৰিব খোজোঁ, বৰ্তমানে যি দুজন শিক্ষাধিকাৰে এই দুটা বিভাগত কাম কৰি আছে, তেওঁলোকক অ, গ, প চৰকাৰে পদন্নোতি দি শিক্ষাধিকাৰ কৰিছে। ইয়াৰ আগৰ দুজনকো পদন্নোতি দি শিক্ষাধিকাৰ কৰিছিল। পদন্নোতি দি শিক্ষাধিকাৰ কৰাটো এটা নিয়মত পৰিণত হৈছে। এইবাৰ লোকসেৱা আয়োগৰ মাধ্যমেৰে এই দুটা পদ পূৰণ কৰিবলৈ বিচৰাত, ৰাইজৰ সন্দেহ হৈছে। অ, গ, প চৰকাৰৰ কিবা ৰাজনৈতিক উদ্দেশ্য নিহিত আছে।

অসম শিক্ষা সেৱাৰ এখন নিয়মাৱলী ১৯৮২ চনত প্ৰকাশ পাইছিল। এই নিয়মাৱলীখন ৰাজ্যপালে কৰিছে, সংবিধানৰ ৩০৯ ধাৰাৰ Proviso মতে। কাৰণ সংবিধানৰ ৩০৯ ধাৰাত কেন্দ্ৰীয় চৰকাৰৰ ক্ষেত্ৰত ৰাষ্ট্ৰপতি আৰু ৰাজ্যচৰকাৰৰ ক্ষেত্ৰত ৰাজ্যপালে অথবা তেওঁলোকে মনোনীত কৰা ব্যক্তিহে প্ৰণয়ন কৰিব পাৰে। এই ধাৰাত কৰা নিয়মাৱলী বিধান সভাই কৰা আইনৰ সমপৰ্য্যায়ৰ। গতিকে চৰকাৰৰ কোনো বিষয়াই ইয়াৰ পৰিবৰ্তন বা পৰিবৰ্দ্ধন কৰিব নোৱাৰে। ইয়াৰ পৰিবৰ্তন ৰাজ্যপাল বা তেওঁ মনোনীত কৰা ব্যক্তিহে কৰিব পাৰে আৰু ৰাজপত্ৰিকাত প্ৰকাশ পাব লাগে।

এই নিয়মাৱলীখনত মাধ্যমিক শিক্ষাধিকাৰৰ পদৰ কোনো উল্লেখ নাই। তাত কেৱল অতিৰিক্ত শিক্ষাধিকাৰ আৰু প্ৰাথমিক শিক্ষাধিকাৰৰ উল্লেখ আছে এই দুয়োটা পদ সমপৰ্য্যায়ৰ বুলি নিয়মাৱলীত কোৱা হৈছে। এই নিয়মাৱলীৰ অনুসূচীত এজনহে শিক্ষাধিকাৰ বুলি দেখুওৱা হৈছে। অনুসূচী আইন। গতিকে মাধ্যমিক

শিক্ষাধিকাৰ আৰু প্ৰাথমিক শিক্ষাধিকাৰ পদ দুটা উন্নীত কৰিলে, অনুসূচীত তিনিওটা পদ একে সমান বুলি দেখুৱাব লাগে আৰু ৰাজপত্ৰিকাতো প্ৰকাশ হ'ব লাগে।

অতিৰিক্ত শিক্ষাধিকাৰ আৰু প্ৰাথমিক শিক্ষাধিকাৰৰ পদ দুটা সংযুক্ত শিক্ষাধিকাৰৰ পৰা পদোন্নোতি দি পূৰণ কৰা হয়। অৱশ্যে নিয়মাৱলীত প্ৰাথমিক শিক্ষাধিকাৰৰ পদটো কেনেদৰে পূৰণ কৰা হ'ব তাৰ কোনো উল্লেখ নাই। দুয়োটা পদ সমপৰ্য্যায়ৰ বুলি নিয়মাৱলীত উল্লেখ আছে। গতিকে ইয়াৰ ভিত্তিতে চৰকাৰে পদোন্নোতি দি পূৰণ কৰি আহিছে।

লোকসেৱা আয়োগে জাননীত মাধ্যমিক শিক্ষাধিকাৰ আৰু প্ৰাথমিক শিক্ষাধিকাৰৰ দৰমহাৰ হাৰ ১ নং সূচীত উল্লেখ থকা শিক্ষাধিকাৰৰ দৰমহাৰ সমান কৰি জাননী দিছে। এইটো সৰ্বজন বিদিত যে দৰমহাৰ হাৰে কোনো এটা চাকৰিক সমপৰ্য্যয়লৈ নিনিয়ে। চৰকাৰে নিয়মাৱলীত ৩ (২) নিয়মত উল্লেখ থকা মতে ৰাজপত্ৰিকাত এই তিনিটা পদ সম পৰ্য্যায় বুলি ঘোষণা কৰিব লাগিব।

অসম চৰকাৰৰ বিভিন্ন বিভাগত সঞ্চালকৰ পদ আছে কিন্তু কোনো বিভাগতে লোক সেৱা আয়োগৰ দ্বাৰা বাচনি কৰি এই পদবোৰ পূৰণ কৰা নহয়। জ্যেষ্ঠতা আৰু উপযুক্ততাৰ ভিত্তিতহে এই পদবোৰ পূৰণ কৰা হয়। শিক্ষা বিভাগত ইয়াৰ ব্যতিক্ৰম চৰকাৰে কিয় কৰিব বিচাৰিছে? চৰকাৰৰ কিবা ৰাজনৈতিক উদ্দেশ্য আছে যেন অনুমান হয়।

বিভাগীয় ব্যক্তিৰ দ্বাৰা যেতিয়া এই পদ দুটা পূৰণ কৰা হৈছিল তেতিয়া বয়সৰ কোনো সীমা নাছিল। বয়সৰ সীমা বান্ধি দিয়াৰ কাৰণে শিক্ষা বিভাগত কাম কৰা সকলোবোৰ জ্যেষ্ঠ বিষয়াই এই পদ দুটাৰ কাৰণে প্ৰাৰ্থী হ'ব নোৱাৰিব। আনহাতে তেওঁলোকৰ অধীনত কাম কৰা অথবা অনা-চৰকাৰী শিক্ষানুষ্ঠানত কাম কৰা বহুতো ডেকা অধ্যক্ষই এই দুটা পদৰ বাবে প্ৰাৰ্থী হ'ব পাৰিব। একসময়ত বেচিভাগ অধ্যক্ষই জ্যেষ্ঠ বিষয়াসকলৰ ছাত্ৰ আছিল। গতিকে চৰকাৰৰ জ্যেষ্ঠ বিষয়া সকলে তেওঁলোকৰ তলতীয়া বিষয়া অথবা তেওঁলোকৰ ছাত্ৰৰ তলতীয়া বিষয়া হৈ কাম কৰিব লাগিব। এনে এটা অৱস্থা ঘটিল তেওঁলোকৰ মানসিক অৱস্থা কেনে হ'ব সেইকথা চৰকাৰে জানো ভাবি চাইছে। ইয়াৰ পৰা শিক্ষাৰ সংকটহে সৃষ্টি হ'ব। আমি আশা কৰিছোঁ চৰকাৰে গোটেই বিষয়টো এবাৰ চালি জাৰি ইয়াৰ এটা উচিত ব্যৱস্থা কৰিব। ●

# ৰেল লাইন আৰু গুৱাহাটী

[জনৈক চলিহাই লিখা 'ৰেল লাইন আৰু গুৱাহাটী' নামৰ প্ৰবন্ধৰ প্ৰতিক্ৰিয়া প্ৰকাশ কৰি প্ৰয়াত চৌধুৰীয়ে লিখা চিঠিখনকে 'ৰেল লাইন আৰু গুৱাহাটী' নামেৰে প্ৰকাশ কৰা হ'ল। — স.ম.]

শ্ৰীচলিহাই "ৰেল-লাইন আৰু গুৱাহাটী" শীৰ্ষ প্ৰবন্ধত উল্লেখ কৰিছে যে ৰেল-লাইন গুৱাহাটী টাউনৰ মাজৰ পৰা দক্ষিণ সীমাৰে নিব লাগে বুলি গুৱাহাটীৰ একাংশ ৰাইজে জোৰদাৰ আন্দোলন কৰিছে।

তেওঁৰ এই উক্তি শুদ্ধ নহয়। অসম চৰকাৰ তথা সমগ্ৰ ৰাইজে ৰেল-লাইন "এল, এস গুৱাহাটী বাই-পাছ" ৰাস্তাৰ সমান্তৰালভাবে নিবলৈ ভাৰত চৰকাৰৰ ওচৰত সদায় দাবি কৰি আহিছে। ব্ৰডগজ ৰেল-লাইন গুৱাহাটীলৈ অনাৰ প্ৰশ্ন উঠে জনতা চৰকাৰৰ দিনত। সেই সময়ত ৰেল-মন্ত্ৰী আছিল দণ্ডাৱতে। তেতিয়া অসমতো জনতা চৰকাৰ আছিল। বৰবৰা মন্ত্ৰীসভাৰ পৌৰ প্ৰশাসনৰ মন্ত্ৰী আছিল শ্ৰী জেহিৰুল ইচলাম। তেওঁ অসম চৰকাৰৰ হৈ এখন স্মাৰক পত্ৰ ৰেলমন্ত্ৰীলৈ দিছিল। সেই স্মাৰক পত্ৰত ব্ৰড গজ ৰেল-লাইন মিটাৰ গজৰ সমান্তৰাল ভাবে গুৱাহাটীলৈ অনাৰ বিৰোধিতা কৰিছিল। তেতিয়া ৰেলমন্ত্ৰীয়ে বৰবৰা চৰকাৰক প্ৰতিশ্ৰুতি দিছিল যে যেতিয়া ব্ৰডগজ ৰেল-লাইন গুৱাহাটীৰ পৰা পূৱলৈ সম্প্ৰসাৰিত কৰা হ'ব, তেতিয়া ৰেল-লাইন নগৰৰ মাজৰ পৰা উঠাই নি "বাই-পাছ"ৰ সমান্তৰালভাবে নিব। তেতিয়াহে অসম চৰকাৰে ব্ৰডগজ ৰেল-লাইন মিটাৰ গজৰ সমান্তৰাল ভাবে গুৱাহাটীলৈ অনাৰ বাবে সন্মতি দিছিল।

১৯৮২ চনতে অসম চৰকাৰে গুৱাহাটী নগৰখন পৰিকল্পিত ভাবে উন্নতি কৰাৰ কাৰণে এখন মাষ্টাৰ প্লেন কৰিছিল। এই প্লেনত ৰেল-লাইন 'বাই পাছ' ৰাষ্টাৰ কাষেৰে দেখুওৱা হৈছে। গতিকে ৰেল-লাইন নগৰৰ দক্ষিণ সীমাৰে নিয়াটো উচিত। নহলে নগৰখনৰ উন্নতিত বাধাৰ সৃষ্টি হ'ব।

ইতিমধ্যে জনতা চৰকাৰৰ পতন হ'ল। অৱশ্যে অসমত জনতা চৰকাৰ ১৯৭৯ চনলৈ আছিল। বহুত বিধায়কে জনতা চৰকাৰৰ পৰা দল বাগৰি ইন্দিৰা কংগ্ৰেছত যোগ দিলে। ইয়াৰ ফলত শ্ৰীমতী আনোৱাৰা টাইমুৰৰ নেতৃত্বত কিছুদিনৰ কাৰণে অসমতো ইন্দিৰা কংগ্ৰেছৰ চৰকাৰ হ'ল আৰু এই চৰকাৰৰে পৌৰ প্ৰশাসনৰ মন্ত্ৰী হ'ল শ্ৰীগোলোক ৰাজবংশী। তেওঁ অসম চৰকাৰৰ হকে ভাৰত চৰকাৰৰ

ৰেল-মন্ত্ৰী শেঠীক এখন স্মাৰক পত্ৰ দিছিল আৰু এই স্মাৰক পত্ৰেৰে ৰেল-লাইন গুৱাহাটীৰ মাজৰে অনাৰ বিৰোধিতা কৰিছিল। সেই সময়ত মই গুৱাহাটী পৌৰনিগমৰ মেয়ৰ আছিলোঁ। মই দিল্লীলৈ গৈ গুৱাহাটীৰ ৰাইজৰ তৰফৰপৰা শ্ৰীশেঠীক এখন স্মাৰক পত্ৰ দিছিলোঁ। ৰেল-লাইন 'গুৱাহাটী বাই পাছ'ত সমান্তৰালভাৱে কিয় নিব লাগে, সেই বিষয়ে বিভিন্ন যুক্তি স্মাৰক পত্ৰত উল্লেখ কৰিছিলোঁ। ইয়াৰ পিচতো ৰেল-মন্ত্ৰীৰ লগত কেবাখনো অৰ্দ্ধশাসকীয় চিঠিৰে যোগাযোগ কৰিছিলোঁ। বিভিন্ন সময়ত দাঙিধৰা যুক্তিবোৰ খণ্ডাব নোৱাৰি তেওঁ শেষত লিখি পঠাইছিল যে ব্ৰড গজ ৰেল-লাইন "গুৱাহাটী বাই পাছ"ৰ কাষেৰে নিব লাগিলে অধিক ধনৰ প্ৰয়োজন হ'ব। গতিকে ৰেল-বিভাগে ইমান ধন খৰছ কৰিব নোৱাৰে।

শ্ৰীৰাজীৱ গান্ধী এম, পি হোৱাৰ পিচতে এবাৰ অসমলৈ আহিছিল। তেতিয়া অসমত ৰাষ্ট্ৰপতিৰ শাসন চলিছিল। মই তেখেতক গুৱাহাটী চাৰ্কিত হাউচত লগ ধৰি গুৱাহাটীৰ ৰাইজৰ স্বাৰ্থৰ খাতিৰত এখন স্মাৰক পত্ৰ দিছিলোঁ। এই স্মাৰক পত্ৰেৰে তেওঁক অনুৰোধ কৰিছিলো, তেওঁ যেন ৰেল-মন্ত্ৰীক লগ ধৰি ৰেল-লাইন গুৱাহাটী নগৰৰ দক্ষিণ সীমাৰে নিয়াৰ ব্যৱস্থা কৰে। ১৯৮০ চনৰ নিৰ্বাচন অসমৰ ৰাইজে বৰ্জন কৰিছিল। গুৱাহাটীৰ পৰা কোনো লোকসভাৰ সদস্য নাছিল। গতিকে এই সংক্ৰান্তত লোকসভাত মাতমতাৰ কাৰণে কোনো সদস্য নাছিল। এইকাৰণে শ্ৰী গান্ধীক লগ ধৰাৰ প্ৰয়োজন বোধ কৰিছিলোঁ। তেওঁক মই কৈছিলোঁ, অসম চৰকাৰে গুৱাহাটীৰ উন্নতিৰ কাৰণে এখন মাষ্টাৰ প্লেন কৰিছে; নগৰখন পৰিকল্পিতভাৱে উন্নতি কৰাৰ কাৰণে। এই প্লেনত ৰেল-লাইন 'গুৱাহাটী বাইপাছ'ৰ কাষেৰে দেখুওৱা হৈছে। গতিকে ৰেল-বিভাগে মাষ্টাৰ প্লেন উলংঘা কৰি ৰেল-লাইন নগৰৰ মাজেৰে নিয়া উচিত নহয়। তেওঁ আমাৰ কথাত সন্তুষ্ট হৈ কৈছিল যে তেওঁ 'ৰেল-মন্ত্ৰী'ক কৈ ৰেল-লাইন নগৰৰ বাহিৰেৰে নিয়াৰ ব্যৱস্থা কৰিব। ৰেল-লাইন গুৱাহাটী বাইপাছ'ৰ সমান্তৰালভাৱে চিহ্নিত মেপ এখন তেওঁৰ পৰামৰ্শতে তেতিয়াৰ ভাৰত চৰকাৰৰ ডেপুটি মিনিষ্টাৰ প্ৰেম থাংগুনৰ জৰিয়তে গান্ধীলৈ পঠাইছিলোঁ। এই মেপখন অসম চৰকাৰৰ নগৰ আৰু গাওঁ পৰিকল্পনা বিভাগৰ পৰা সংগ্ৰহ কৰিছিলোঁ।

অসম গণ পৰিষদ চৰকাৰৰ গড়কাপ্তানি বিভাগৰ মন্ত্ৰী শ্ৰীঅতুল বৰায়ো বিধান সভাৰ মজিয়াত কৈছিল যে যদি ৰেল-লাইন নগৰৰ দক্ষিণ সীমাৰে নিব নোৱাৰে, তেনেহ'লে দৰ্কাৰ পৰিলে তেওঁ মন্ত্ৰীপদকে ইস্তাফা দিব।

গতিকে শ্ৰীচলিহাই গুৱাহাটীৰ একাংশ বাইজে ৰেল-লাইন নগৰৰ দক্ষিণ সীমাৰে নিয়াৰ বাবে জোৰদাৰ আন্দোলন কৰা বুলি কোৱা যুক্তি সংগত নহয়। প্ৰত্যেকটো ৰাজনৈতিকদলে ক্ষমতালৈ আহিয়েই ব্ৰডগজ ৰেল-লাইন 'গুৱাহাটী বাই-পাছ'ৰ কাষেৰে নিবলৈ সদায় দাবি কৰি আহিছে।

প্ৰায় পয়সত্তৰ বছৰৰ আগতে ৰেল-লাইন গুৱাহাটীলৈ আহিছিল। সেই সময়ত গুৱাহাটী টাউনৰ দক্ষিণসীমা আছিল ৰেলষ্টেশ্যনে। এইবিষয়ে কাৰো দ্বিমত নাই। সেইসময়ত গুৱাহাটীৰ জনসংখ্যা আছিল আঠ-হাজাৰ আৰু টাউন এলেকাৰ মাটি কালি আছিল ৭ বৰ্গ কিলোমিটাৰ। বৰ্তমানে গুৱাহাটী নগৰৰ মাটিকালি ২১৬ বৰ্গ কিলোমিটাৰ। ইয়াৰ জনসংখ্যা প্ৰায় আঠ লাখ। তেতিয়া আছিল গুৱাহাটী এখন জিলাৰ সদৰ। বৰ্তমানে ই অসমৰ ৰাজধানী। প্ৰতি দিনে প্ৰায় ডেৰ লাখ লোকে ইয়ালৈ অহা-যোৱা কৰে। দিনে দিনে নতুন নতুন অনুষ্ঠান, উদ্যোগ প্ৰতিষ্ঠান গঢ়ি উঠিব ধৰিছে। ভৱিষ্যতে আৰু গঢ়ি উঠিব। গতিকে ভৱিষ্যতলৈ লক্ষ্য ৰাখি অসম চৰকাৰে ১৯৬২ চনতে গুৱাহাটীক পৰিকল্পিতভাবে উন্নত কৰাৰ অৰ্থে মাষ্টাৰ প্লেন কৰিছিল। চলিহাই ডিব্ৰুগড় আৰু তিনিচুকীয়াৰ উদাহৰণ দি কৈছে যে ৰেল-লাইন নগৰৰ দক্ষিণ-সীমাৰে নিলেও ভৱিষ্যতে ৰেল-লাইনৰ কাষত জনবসতি হৈ ৰেল-লাইন নগৰৰ মাজ হ'ব। 'বাই-পাছ' পথটো খাচি পাহাৰৰ কাষেৰে গৈছে। গতিকে ৰেল-লাইন 'বাইপাছ' পথৰ সমান্তৰালভাবে গলে ৰেলৰ দক্ষিণে মানুহৰ বসতি হবৰ কোনো স্থল নাথাকিব।

শ্ৰীচলিহাই উল্লেখ কৰিছে যে ৰেল-লাইনে পানী চলাচল বন্ধ কৰা নাই বৰঞ্চ পানী ওলাই যোৱাত সহায়হে কৰিছে। এই বিষয়ে আমি চলিহাৰ লগত একমত হ'ব নোৱাৰিলোঁ। এজাক বৰষুণ দিলেই গোপীনাথ বৰদলৈ পথকে ধৰি ৰেললাইনৰ উত্তৰে থকা সকলোবোৰ ঠাই আৰু ঘৰ বুৰাই পেলায়। গুৱাহাটীৰ উত্তৰৰ পৰা দক্ষিণলৈ ক্ৰমে চাপৰ। ওখ ঠাইৰ পৰা ক্ৰমে চাপৰ ঠাইলৈ পানী বাগৰি যোৱা এটি স্বতঃসিদ্ধ কথা। ৰেল-লাইনে বাধা সৃষ্টি নকৰিলে পানী বাগৰি গ'লহেঁতেন।

এইখিনিতে উল্লেখ কৰিব খোজোঁ যে ১৯৭৯ চনৰ বাৰিষাৰ সময়ত গুৱাহাটীত পানী বন্ধ হোৱাৰ কাৰণ নিৰ্ণয় কৰিবলৈ এখন উচ্চ পৰ্য্যায়ৰ মিটিং হৈছিল তেতিয়াৰ গড়কাপ্তানি বিভাগৰ মন্ত্ৰী শ্ৰীদুলাল বৰুৱাৰ কোঠাত। সেই মিটিংত

অসমৰ গড়কাপ্তানি বিভাগ, বাণ নিয়ন্ত্ৰণ বিভাগ, পৌৰনিগম বিভাগ আৰু ৰেলওৱেৰ ইঞ্জিনিয়াৰ সকল উপস্থিত আছিল। সেই মিটিংত স্থিৰ হৈছিল যে ৰেল-লাইনো পানী বন্ধ হোৱাৰ এটা কাৰণ। গতিকে ৰেল-বিভাগক আঠোটা কালভাৰ্ট বহল কৰিবলৈ কোৱা হৈছিল আৰু ৰেল লাইনৰ দুয়োকাষে দুটা গভীৰ নলা কৰিবলৈ কোৱা হৈছিল। ৰেল বিভাগৰ ইঞ্জিনিয়াৰ সকলে এইখিনি কাম কৰো বুলি গাত লৈছিল কিন্তু একোকে নকৰিলে। ইয়াৰ পৰিবৰ্তে মিটাৰ গজ ৰেলৰ দুয়োকাষে থকা দ মাটিবোৰ পুতি ব্ৰড গজ ৰেল-লাইন বহুৱালে। ৰেল বিভাগে নলা আৰু কালৰ্ভাট নসজাৰ কাৰণে ৰেল-লাইনৰ কাষত অৱস্থিত উত্তৰ আৰু দক্ষিণৰ ঘৰবোৰ এতিয়া এজাক বৰষুণ হলেই বুৰ যায়।

তেখেতে উল্লেখ কৰিছে যে খাল, বিল, ডোং আদি চৰকাৰে পত্তন দিয়াৰ বাবেঁ অথবা এনে ঠাইবোৰ বেদখল কৰি মাটি পুতি ঘৰ সজাৰ কাৰণে পানী বন্ধ হয়। চৰকাৰে দ ঠাইবোৰ পত্তন দিয়াৰ আগতেও বৰষুণৰ পানী বন্ধ হৈ মানুহৰ যাতায়তৰ অসুবিধাৰ সৃষ্টি কৰিছিল। ১৯৪৭-৪৮ অথবা ইয়াৰ আগতেও বিহাবাৰীৰ পৰা পাণবজাৰ, ফাঁচি বজাৰলৈ বাৰিষা সময়ত পানী গছকি যাব লাগিছিল। কেতিয়াবা নেপালী মন্দিৰৰ ওচৰত নাও ব্যৱহাৰ কৰিব লাগিছিল। সেই সময়ত মানুহে খাল, বিল বেদখল কৰি মাটি পুতি ঘৰ সজাৰ কথা চিন্তা নকৰিছিল। কাৰণ মাটি পোতাৰ খৰছতকৈ ওখ মাটি কিনিলে কম পইছা খৰছ পৰিছিল।

শ্ৰীচলিহাই উল্লেখ কৰিছে যে যেতিয়া মতিৰাম বৰা ৰাজহ মন্ত্ৰী আছিল তেতিয়া গুৱাহাটীৰ খাল-বিলবোৰ পত্তন দিছিল। এই কথা সঁচা নহয়।ঁ সিদ্ধিনাথ শৰ্মা যেতিয়া ৰাজহ মন্ত্ৰী আছিল অৰ্থাৎঁ বৰদলৈ বাচি থাকোতে গুৱাহাটীৰ খাল, বিলবোৰ পত্তন দিবলৈ আৰম্ভ কৰিছিল। সেই সময়ত আচৰফুদ্দিন আহমেদ চেক্ৰেটাৰী আছিল আৰু গুৱাহাটীত চেটেলমেণ্ট অফিচাৰ আছিলঁ শশী বৰুৱা। আহমেদ কিছুদিনৰ কাৰণে গুৱাহাটী মিউনিচিপালিটিৰ প্ৰশাসকো আছিল। অৱসৰ লোৱাৰ পিচত তেওঁ অসম লোকসেৱা আয়োগৰ সদস্যও হৈছিল। এবাৰ মই অসম লোকসেৱা আয়োগৰ পৰীক্ষা সংক্ৰান্তত আহমেদক লগ পাইছিলোঁ। তেখেতে কৈছিল যে গুৱাহাটীৰ দ ঠাইবোৰ পত্তন দিয়ালৈঁ শৰ্মাৰ লগত তেওঁৰ বাক্-বিতণ্ডা হৈছিল। দ ঠাইবোৰৰ অধিক দ কৰি পাৰ বান্ধি গুৱাহাটীৰ সৌন্দৰ্য্য বঢ়াবলৈ তেওঁ কৈছিল। পিছৰখন মিটিংত স্বয়ং বৰদলৈৰ সভাপতিত্বত মাটিবোৰ পট্টন দিয়াৰ সিদ্ধান্ত লৈছিল।

শ্ৰীচলিহাই উল্লেখ কৰিছে যে লেভেল ক্ৰচিংৰ সমস্যা তিনি চাৰিখন মান ওভাৰ ব্ৰীজ দিলেই দূৰ হ'ব। চলিহাৰ ক্ৰম বৰ্দ্ধমান গুৱাহাটীৰ ৰাষ্টা পদুলিৰ জ্ঞান সীমিত। গুাহাটী নগৰখন দক্ষিণৰ পিনেহে বাঢ়িছে। প্ৰায় সকলোবোৰ ৰাষ্টা দক্ষিণৰ পৰা উত্তৰলৈ আহিছে।

এই ৰাষ্টাবোৰ ইটোৰ লগত সিটোৰ পূবৰ পৰা পশ্চিমলৈ সংযোগ নাই অথবা ভবিষ্যতেও সংযোগ কৰিব নোৱাৰিব যদিহে কিছুমানুহৰ ঘৰ মাটি অধিগ্ৰহণ কৰা নহয়। সেয়েহে বিভিন্ন স্মাৰক পত্ৰত এই কথা লিখি ভাৰত চৰকাৰক জনোৱা হৈছিল। গতিকে দুখন মান ওভাৰ ব্ৰীজ দিলেই লেভেল ক্ৰচিংৰ সমস্যা দূৰ নহ'ব।

শ্ৰীচলিহাই উল্লেখ কৰিছে যে চলন্ত গাড়ীৰ পৰা সৃষ্টি হোৱা হাই - উৰুমিৰ পৰা জনজীৱনত কোনো ব্যাঘাত নজন্মে। এই সন্দৰ্ভত তেওঁ কটন কলেজৰ কথাকে উনুকিয়াইছে। আগতে হাই উৰুমিও যে প্ৰদূষক সেই কথা কোনেও নাজানিছিল। এতিয়া বিজ্ঞানে দেখুৱাই দিছে যে হাইউৰুমিও প্ৰদূষক। সেইকাৰণে ইয়াৰ প্ৰতিৰোধ কৰিবলৈ চেষ্টা চলি আছে। ইয়াৰ উপৰিও ইঞ্জিনৰ পৰা যি ধোঁৱা ওলায়, সেই ধোঁৱা প্ৰদূষক। যেতিয়া কেৱল মিটাৰ গজ ৰেল লাইন আছিল তেতিয়া গুৱাহাটীত ৩৭খন ট্ৰেইন চলিছিল। ব্ৰড গজ ৰেল হোৱাৰ পৰা এতিয়া গুৱাহাটীত ৮০ খন ৰেল চলিছে। গতিকে এই ধোঁৱাই অধিক ঠাই দূষিত কৰে। প্ৰদূষণ নিবাৰণৰ কাৰণে ৰেল লাইনৰ কাষত গছ নাই আৰু গছ লগোৱাৰ সুবিধাও নাই। যদি ৰেল-লাইন গুৱাহাটী বাই পাছৰ কাষেৰে নিয়া হয় তেনেহলে ৰেললাইনৰ ওচৰত থকা মেঘালয় পাহাৰৰ গছ-গছনিয়ে যথেষ্ট পৰিমাণে প্ৰদূষণক বাধা দিব পাৰিব।

শ্ৰীচলিহাই উল্লেখ কৰিছে যে বশিষ্ঠ বা তাৰ সমীপবৰ্ত্তী ঠাইত ৰেল ষ্টেশ্যন হ'লে তাৰপৰা বস্তু কঢ়িয়াই অনাৰ বাবে বস্তুৰ দাম বাঢ়িব। তেখেতে বোধ হয় নাজানে যে গুৱাহাটীৰ বস্তুবোৰ নিউ গুৱাহাটী ৰেলষ্টেশ্যনলৈ আহে আৰু ইয়াৰ পৰাই বস্তুবোৰ ফাচি বজাৰলৈ কঢ়িয়াই নিয়া হয়। নিউ গুৱাহাটী আৰু বশিষ্ঠৰ দূৰত্ব ফাঁচি বজাৰৰ পৰা প্ৰায় একে।

তেখেতে আকৌ উল্লেখ কৰিছে যে বশিষ্ঠ বা তাৰ ওচৰত ৰেল-ষ্টেশ্যন হ'লে যাত্ৰীসকলে অহা-যোৱা কৰাত অধিক ধন খৰছ হ'ব। এই যুক্তি তৰল। কাৰণ যি সকলে বশিষ্ঠ বা দিছপুৰৰ ওচৰত বাস কৰিছে। তেওঁলোকে জানো অটো, মিনিবাছ আদি ভাড়া কৰি যাব লগা হোৱা নাই ?

এইখিনিতে উল্লেখ কৰিব খোজোঁ যে অদূৰ ভৱিষ্যতত জালুকবাৰীৰ ওচৰত এখন পৰিবহন নগৰ হ'ব। ইয়াৰ বাবে চৰকাৰে ব্যৱস্থা কৰিব ধৰিছে। এনে পৰিবহন নগৰ হ'লে বাছ, গধুৰ ট্ৰাক গুৱাহাটীৰ ভিতৰলৈ আনিব নিদিব। পৰিবহন নগৰ নিৰ্মাণ কৰাৰ মূল উদ্দেশ্য হ'ল, মটৰগাড়ীৰ পৰা হ'ব পাৰা আকস্মিক দুৰ্ঘটনাৰ পৰা জনসাধাৰণক ৰক্ষা কৰা, ৰাষ্টাবোৰ ভালে ৰখা আৰু মটৰৰ পৰা যি ধোঁৱা নিৰ্গত হৈ প্ৰদূষণ সৃষ্টি কৰে সেই প্ৰদূষণ কমোৱা। অসমৰ বিভিন্ন ঠাইৰ পৰা মানুহ আহে বাছেৰে আৰু বয়বস্তু গুৱাহাটীলৈ আহে ট্ৰাকেৰে। জালুকবাৰীৰ পৰা তেতিয়াও মানুহে মিনি বাছ, অটো, বাছ আদি ভাৰা কৰি গুৱাহাটীৰ বিভিন্ন প্ৰান্তলৈ যাব লাগিলে অধিক ধন খৰছ নহ'ব নে? মাল-বস্তু পৰিবহন নগৰৰ পৰা সৰু ট্ৰাকেৰে অথবা ঘোৰা গাড়ীৰে আনিবলৈ হ'লে অধিক খৰছ নহব জানোঁ?

চলিহাই উল্লেখ কৰিছে যে ৰেল-লাইন নগৰৰ দক্ষিণ সীমাৰে নিলে জনজাতীয় গাওঁবোৰ উচ্ছন্ন হ'ব। মাটিৰ দালালে তেওঁলোকৰ মাটিবোৰ কিনি ল'ব। গুৱাহাটী মিউনিচিপালটিক যেতিয়া পৌৰ নিগমলৈ ৰূপান্তৰিত কৰা হৈছিল তেতিয়া ৬৩ জনজাতীয় গাওঁ সংযোগ কৰিহে কৰিছিল। এতিয়া ভালেখিনি গাওঁৰ চিন চাব নোহোৱা হৈছে। তাত কোনো জনজাতীয় মানুহ নাই। এই গাওঁবোৰত অজনজাতীয় মানুহৰ বাসস্থান হ'ল। বহু ঔদ্যোগিক প্ৰতিষ্ঠান গঢ়ি উঠিল। উদাহৰণস্বৰূপে চাওক দিছপুৰ, পূবশৰণীয়া, দক্ষিণ শৰণীয়া, গণেশগুৰি ইত্যাদি। কিছুমান জনজাতীয় গাওঁৰ ঠাইত গঢ়ি উঠিল উদ্যোগ যেনে ৰিফাইনাৰি, ইণ্ডিয়া কাৰবন, আসাম কাৰবনকে ধৰি সৰু বৰ বহুত প্ৰতিষ্ঠান।

এইখিনিতে উল্লেখ কৰিব খোঁজো যে ১৯৮৩ চনত শইকীয়া চৰকাৰৰ দিনত বিধান সভাই এখন আইন 'পাচ' কৰিছে। এই আইনৰ দ্বাৰা পৌৰনিগম এলেকাত থকা সকলোবোৰ গাওঁকে "টাউন লেণ্ড" বুলি ঘোষণা কৰা হৈছে। গতিকে পৌৰনিগম এলেকাত এতিয়া কোনো গাওঁ নাই। গাওঁৰ খেতিপথাৰৰ সকলোবোৰ মাটি নগৰীয়া মাটিত পৰিণত হৈছে। যদি চৰকাৰে আৰবেন চিলিং আইনখন এইবোৰ ঠাইলৈ সম্প্ৰসাৰিত কৰে তেতিয়া কোনো মাটিৰ মালিকে ডেৰ বিঘাৰ অধিক খালি মাটি ৰাখিব নোৱাৰিব।

নগৰৰ মাটিৰ ৰাজহ গাওঁৰ মাটিৰ ৰাজহতকৈ কেবাগুণো বেছি। গতিকে খেতিয়কে ইমান ৰাজহ কেনেকৈ দিব? মাটিৰ দালালে ভৱিষ্যতে মাটিৰ মূল্য অধিক পোৱাৰ আশাত বেছি হাৰত চৰকাৰক ৰাজহ সোধাই দিও মাটি ৰাখিব।

পৌৰনিগমৰ আইনৰ ১৪৭ ধাৰামতে নিগমক মাটি আৰু ঘৰৰ কাৰণে পৌৰ কৰ দিব লাগে। এই কৰ সকলোৰে ক্ষেত্ৰত প্ৰযোজ্য। খালি মাটিৰ কাৰণেও কৰ দিব লাগিব। গতিকে নগৰত খেতি কৰাৰ কাৰণে পৌৰ কৰৰ গধূৰ বোজা বৈ জনজাতীয় ৰাইজে মাটি ৰাখিব নোৱাৰিব।

নগৰৰ স্থাবৰ সম্পত্তিৰ কাৰণেও কৰ দিব লাগে। মাটি স্থাবৰ সম্পত্তি। গতিকে ইয়াৰ বাবেও কৰ দিব লাগিব। এনে পৰিস্থিতিত জনজাতীয় ৰাইজে খেতিৰ কাৰণে মাটি ৰখা সম্ভৱ নহয়।

নগৰৰ মাটি সদায় হস্তান্তৰ হৈ থাকে। পাণ বজাৰ, ফাচি বজাৰ গুৱাহাটীৰ বাণিজ্যিক কেন্দ্ৰ। এইবোৰ ঠাইত মাটি আগতে আছিল অসমীয়া মানুহৰ। বৰ্তমানে এই মাটি হস্তান্তৰ হৈ অনা অসমীয়া মানুহৰ হাতলৈ গৈছে। এতিয়া আঠগাওঁ টকৌবাৰী, ছাত্ৰীবাৰী, ৰিহাবাৰী আদি ঠাইবোৰৰ মাটিও ক্ৰমে ক্ৰমে অসমীয়া মানুহৰ হাতৰ পৰা অনা-অসমীয়া মানুহৰ হাতলৈ গৈ আছে।

কোকৰাঝাৰ মহকুমা কৰাৰ দাবিত কিছুবছৰ আগতে তাৰ জনজাতীয় ৰাইজে আন্দোলন কৰিছিল। জনজাতীয় লোক পুলিচৰ গুলিত নিহত হৈছিল। কোক্ৰাঝাৰ তেতিয়া মহকুমাৰ সদৰ হ'ল (বৰ্তমানে জিলাৰ সদৰ)। কোক্ৰাঝাৰ নগৰখন এক সময়ত জনজাতীয় লোকৰ বাস-স্থান আছিল। এতিয়া সেই কোক্ৰাঝাৰৰ জনসংখ্যাৰ দহ ভাগৰ এভাগো জনজাতীয় লোক নাই।

ৰেল-লাইন নগৰৰ দক্ষিণেৰে নিলেও ৰেল-লাইনক ভেজা দি কিছুমান দোকান, পোহাৰ, হোটেল আদি গঢ়ি উঠিব। তেতিয়াও কিছু নিবনুৱা লোকৰ কৰ্ম সংস্থান হ'ব। ৰেল-লাইনক ভেজা দি যিবোৰ দোকান-পোহাৰ গঢ়ি উঠিছে, তেওঁলোকক কোনেও প্ৰতিশ্ৰুতি দিয়া নাছিল যে ৰেল-লাইন সদায় একেদৰে থাকিব। গতিকে চলিহাৰ এই যুক্তি অবাস্তৱ।

গুৱাহাটীত যি দ্ৰুতগতিত জনসংখ্যা বাঢ়িছে ইয়াৰ তুলনাত ইয়াৰ সমপৰ্য্যায়ৰ কোনোখন মহানগৰীত জনসংখ্যা বঢ়া নাই। জনসংখ্যাৰ বৃদ্ধিৰ লগে লগে নতুন নতুন অনুষ্ঠান, প্ৰতিষ্ঠান গঢ়ি উঠিছে। ভৱিষ্যতেও এনে অনুষ্ঠান প্ৰতিষ্ঠান গঢ়ি উঠিব গতিকে 'প্লেন'ৰ মাধ্যমেৰে নগৰখনক ৰূপ নিদিলে জন-জীৱনৰ অনেক ক্ষতি হ'ব। ভৱিষ্যতলৈ লক্ষ্য ৰাখি অসম চৰকাৰে বিশেষজ্ঞৰ দ্বাৰা এখন মাষ্টাৰ প্লেন কৰিছিল। নগৰ পৰিকল্পনা সম্বন্ধে জন সাধাৰণৰ জ্ঞান সীমিত। আমি ভাবোঁ যে মাষ্টাৰ প্লেন'ক অনুসৰণ কৰি ৰেল-লাইন নগৰৰ দক্ষিণ সীমা মুবিয়লিয়েদি নিয়া উচিত।●

# জনজাতিৰ ভৱিষ্যত

*[ প্ৰয়াত চৌধুৰীয়ে তেখেতৰ একালৰ ছাত্ৰ, এসময়ৰ অসম চৰকাৰৰ কেবিনেট মন্ত্ৰী মাননীয় শ্ৰী থানেশ্বৰ বড়োলৈ লিখা চিঠি এখনি পোৱা হৈছিল। সেই চিঠিখনকে 'জনজাতিৰ ভৱিষ্যত' নামেৰে এই শিতানত প্ৰকাশ কৰা হ'ল।*

*— স.ম.]*

**মাননীয় থানেশ্বৰ,**

তোমালৈ এই চিঠিখন লিখিলোঁ। এবাৰ মনোযোগেৰে পঢ়ি চাবা।

কিছুদিনৰ পৰা জনজাতীয় লোকে উদয়াচলৰ দাবিত অগপ চৰকাৰৰ বিৰুদ্ধে বিক্ষোভ প্ৰদৰ্শন কৰি আহিছে। উদয়াচলৰ দাবি আজি নতুন নহয়। বিশেষ কোনো ৰাজনৈতিক দলৰ উচটনিত জনজাতীয় লোকে বিক্ষোভ কৰা বুলি শ্ৰীমহন্তই কৈছে কিন্তু আমি জানোঁ কেৱল ৰাজনৈতিক দলৰ উচতনি এ বিক্ষোভৰ একমাত্ৰ কাৰণ নহয়। আমাৰ মতে জনজাতীয়লোকৰ আৰ্থিক দুৰৱস্থাই তেওঁলোকৰ যুদ্ধং দেহি মনোভাব জগাই তুলিছে। বেচিভাগ জনজাতীয় লোক দাৰিদ্ৰৰ সীমা ৰেখাৰ তলত।

বেচিভাগ জনজাতীয়লোক ভূমিহীন। যিসকলৰ ২/৪ বিঘা মাটি আছে তেওঁলোকেও হালবোৱা গৰুৰ অভাৱত খেতি কৰিব নোৱাৰে। সেয়েহে জনজাতি অধ্যুষিত টংলা, ওদালগুৰি, কোক্ৰাঝাৰ আদি ঠাইৰ প্ৰায় সকলোবোৰ ৰিক্সা, ঠেলা চালকেই জনজাতীয় লোক। এনে কি গুৱাহাটীতো বহু সংখ্যক ৰিক্সা, ঠেলা চালক জনজাতীয় লোক। কিছু সংখ্যক স্থানীয় আৰু কিছুমান কামৰূপ, গোৱালপাৰাৰ পৰা অহা জনজাতীয় লোক।

তোমালোকে জনজাতীয় লোকৰ কাৰণে কিছু সৰু চাকৰিৰো ব্যৱস্থা কৰি আছা। লগতে পৌৰনিগম, মিউনিচিপালিটি পঞ্চায়ত আদিতো জনজাতিৰ লোকে সংখ্যাৰ অনুপাতে পাব লগা চাকৰি যাতে জনজাতীয় লোকৰ বাবে সুৰক্ষিত হৈ থাকে তাৰ কাৰণেও চৰকাৰে নিৰ্দেশ দিব লাগে।

যিসকলে ৰিক্সা বা ঠেলা চলায়, তেওঁলোকে ৰিক্সা ভাড়াতলৈ চলায়। গুৱাহাটীত দিনে ৮ টকা আন ঠাইত দিনে ছয় টকা দিব লাগে। গতিকে মই ভাবো চৰকাৰে জামিন হৈ বেংকৰ পৰা ঋণ সংগ্ৰহ কৰি ৰিক্সা আদি কিনি দিয়াৰ ব্যৱস্থা

কৰি দিব লাগে। গুৱাহাটীত বাহিৰৰ পৰা অহা জনজাতীয় ৰিক্‌সা চালক, দিন হাজিৰা কৰা লোকৰ কাৰণে চৰকাৰে থাকিবৰ বাবে ঘৰ কৰি দিব লাগে। চৰকাৰে যদি প্ৰত্যেকটো হোটেলৰ মালিকক ২০।২৫ লাখ টকা subsidy দিব পাৰে তেনেহলে গৰীব মানুহবোৰৰ অস্থায়ীভাৱে থকাৰ কাৰণে ৫।১০ লাখ টকা নিশ্চয় খৰছ কৰিব পাৰিব।

যিসকল জনজাতীয় লোকৰ হাল বোৱা গৰু নাই তেনেলোকক হালৰ গৰু কিনি দিয়াৰ ব্যৱস্থা কৰিব লাগে।

তোমালোকে জনজাতীয় শিপিনীক তাঁত শাল দিছা কিন্তু কেৱল তাঁতশাল দিলেই সমস্যা দূৰ নহয়। বয়ন বিভাগৰ জৰিয়তে ৰেহাই মূল্যত সূতা দি বজাৰত বিক্ৰী হোৱা কাপোৰ শিপিনী সকলৰ দ্বাৰা বুৱাব লাগিব আৰু সেইকাপোৰ চৰকাৰে Marketing কৰাৰ দায়িত্ব লগ লাগিব। জনজাতীয় শিপিনীৰ বোৱন অ-জনজাতীয় শিপিনীৰ বোৱনতকৈ ভাল। এনে ব্যৱস্থা ললেহে তাঁতশাল দিয়াৰ সাৰ্থকতা হ'ব। আৰু জনজাতীয় লোকৰ কিছুপৰিমাণে আৰ্থিক উন্নতি হব। এইখিনি ব্যৱস্থা লোৱাৰ আগতে চৰকাৰে জনজাতীয় মানুহৰ এটা আৰ্থিক সমীক্ষা কৰা দৰ্কাৰ। কাৰ খেতিৰ মাটি আছে, কিয় মাটি থাকিলেও খেতি কৰিব পৰা নাই। মাটি নহোৱা বা মানুহৰ জীৱিকাৰ উপায় কি ইত্যাদি বিষয়ে survey আদি ব্যৱস্থা কৰিব লাগিব। কংগ্ৰেছ চৰকাৰৰ দিনতো জনজাতীয় লোকৰ কাৰণে বহুত কিবা কিবি কৰা বুলি কৈছিল। অ, গ, প, চৰকাৰে জনজাতীয় লোকৰ উন্নতিৰ কাৰণে বহুত আঁচনি লোৱা বুলি কৈ আছে কিন্তু বৰ্তমানলৈ কোনো সুফল পৰিলক্ষিত হোৱা নাই যেন লাগে। এক শ্ৰেণীৰ মানুহে কংগ্ৰেছৰ দিনতো সুবিধা লৈছিল আৰু বৰ্তমানেও লৈ আছে। সাধাৰণ মানুহে দিনে দিনে আৰ্থিক অনাটনত জুৰুলা হ'ব ধৰিছে।

দৰং জিলাৰ উত্তৰ পিনে জনজাতীয় লোকৰ বসতি সেইবোৰ ঠাইত খোৱাপানীৰ অভাৱ। কিছুমান ঠাইত কুঁৱাও দিব নোৱাৰি অথবা নলী নাদ (দম কল) বো ব্যৱস্থা কৰিব নোৱাৰি, পাহৰুৱা ঠাই। গতিকে এনেবোৰ ঠাইত ইয়াৰ বিকল্প ব্যৱস্থা কৰা দৰ্কাৰ। জনজাতীয় অঞ্চলত ডাক্তৰখানাৰ অভাৱ। গতিকে জনজাতীয় অঞ্চলত ডাক্তৰখানা স্থাপনৰ ব্যৱস্থা কৰা দৰ্কাৰ। এই ডাক্তৰখানাত বিনামূলীয়াকৈ ঔষধ দিয়াৰ ব্যৱস্থা সদায় ৰাখিব লাগে। কাৰণ এওঁলোকে ঔষধ কিনিব পৰা সামৰ্থ নাই। আগতে গড়কাপ্তানি বিভাগ অথবা বিভাগৰ ঠিকাদাৰৰ কাম কৰিছিল কুলি অথবা বিহাৰ বা উৰিষ্যাৰ মানুহে। বৰ্তমানে জনজাতীয় পুৰুষৰ

কথাই নাই এনেকি গাভৰু ছোৱালীবোৰেও মাটি কটা আদি ঠিকাদাৰৰ যাৱতীয় কাম কৰে। এনেকি অ-জনজাতীয় গাভৰু ছোৱালীও দিন হাজিৰা কাম কৰিবলৈ বাধ্য হৈছে। গতিকে চৰকাৰে ডাক্তৰখানাৰ জৰিয়তে বিনামূলীয়াকৈ ঔষধ দিব লাগিব। অন্যথা চিকিৎসাৰ অভাৱত দুখীয়া শ্ৰেণীৰ লোক মৰিব।

কাৰ্বিআংলং, উত্তৰ কাছাৰ পাৰ্বত্য জিলা এনেকি দৰং জিলাত খ্ৰীষ্টিয়ান জনজাতীয় লোকে পৰোক্ষভাৱে হলেও বিক্ষোভৰ গুৰি ধৰিছে যেন অনুমান হয়। আগৰ পৰাই খ্ৰীষ্টিয়ান সকলে কাৰ্বি আংলং উত্তৰ কাছাৰ পাৰ্বত্য জিলাৰ ভিতৰি ভিতৰি একাংশ লোকে সুকীয়া ৰাজ্যৰ কাৰণে কাম কৰি আছে। জয়ভদ্ৰ হাগজেৰে মন্ত্ৰী থকা কালত অইন মানুহৰ পৰা অৰ্থ সংগ্ৰহ কৰি আৰ্য্য সমাজৰ প্ৰচাৰৰ দৰমহাৰ যোগান ধৰি খ্ৰীষ্টিয়ান ধৰ্ম গ্ৰহণ কৰাৰ পৰা বিৰত ৰাখিবলৈ চেষ্টা কৰিছিল। জনজাতীয় লোক সকল অতি সহজ সৰল। মাটিৰ মূল্য কোনো দিনাই বুজি নেপালে। এওঁলোকৰ কোক্ৰাঝাৰ মহকুমা আন্দোলনৰ সময়ত পুলিচৰ গুলিত ৬/৭ জনে প্ৰাণ হেৰুৱাইছিল। কোক্ৰাঝাৰ মহকুমাৰ সদৰ কৰিলে কিন্তু তাৰ মাটিবোৰ বিক্ৰী কৰি ৰিজাৰ্ভ ফৰেষ্টত প্ৰবেশ কৰিলে। এতিয়া কোক্ৰাঝাৰত দহ শতাংশও জনজাতীয় লোক নাই।

যি কি নহওক জনজাতীয় লোকৰ আৰ্থিক উন্নতি কৰিবই লাগিব। সেই দায়িত্ব জনজাতীয় বিধায়ক তথা অ,গ, প চৰকাৰৰ। আশা ৰাখিছোঁ তুমি মহন্তৰ লগত *

* চিঠিখনৰ এইখিনিতে আধালেখা অৱস্থাত পোৱা হৈছে। — স.ম.

# PRIVATE TUITION

*[এই লেখাটি - The Assam Tribune কাকতলৈ লিখা চিঠিহে। উক্ত শিৰোনামাৰে PRIVATE TUITION সম্পৰ্কত প্ৰয়াত চৌধুৰীৰ বক্তব্য হিচাপে চিঠিখন প্ৰকাশ কৰা হ'ল। — স.ম.]*

This refers to the article captioned on 'Private Tuition', 'Time Not Yet For Total Ban' published in your esteemed daily on 18th May. The writer in his article has referred to the AASU'S resolution asking the state Government for banning the private tuition if required by enacting laws. I fully agree with the AASU's demand on the following grounds :–

1. The writer has admitted that mush room growth of the tutorial homes and their demands reflect nothing but the deterioration of class-room teaching.

I thing this is due to the fact that many teachers enter class room private tuition-tired. Because a good many hours of their day and night is spent on teaching privately for money. When such teachers come to class room, they are already exhausted and reluctant to exert themselves to the desired level, to satisfy the needs of the students. So, those who cannot afford to maintain private tuition are dissatisfied and suffer most. If this be the attitude of the teachers, students may be supposed to learn little or nothing from the teachers who spend most of their time in tuitoring privately and in fact, students donot respect such teachers who spend their time in a leisurely manner, in a manner that only earns money and material confort.

2. Even some of the teachers who are taching in the postgraduate classes indulge in private tuition. This is not at all

desireable because to teach in the post graduate classes, a teacher is required to endeavour to prepare himself mentally and in matters of his subjects. Every teacher has the obligation of extending the horizons of his subject as much as those of student's mind and this makes it imperative for a teacher to be engaged in further studies. When a teacher spends most of his of time in tuitoring under graduate students for money, how can a teacher be expected to do justice to the post graduate students.

3. Meritorious but financilly poor students are found to be the worst sufferer. Such students fail to afford private tuition and consequently fail to secure good marks in the Examination. On the other hand, much less brilliant but financially rich students secure letter marks on the strength of their privat tuition. Busy with earning money through privatee tuition, these teachers are not in a position to do justice to their profession. They are found to neglect their duties towards the general students. The results is soon felt by the general students. Teachers fail to cover the syllabi but announce the students that their syllabi are covered. Such teachers often suggest a few important chapeters or questions to read and complete the covering of the syllabi. So, those who deserve first division do not have the proper teaching in the class room but financially rich students who maintain private tuition secure letter marks because untaught chapters are taught by private tuitors.

In a few states of India private tuition is totally banned. So, the demand made by the AASU is justified. ●

# অধ্যাপক বিনয় ভূষণ চৌধুৰীৰ বংশলতা



# স্মৃতিক যি সজীৱ কৰি ৰাখিব



বিনয় ভূষণ চৌধুৰীদেৱৰ পিতৃ স্মহেন্দ্ৰ নাথ চৌধুৰী



ডেকা কালত বিনয় ভূষণ চৌধুৰী



বিয়াৰ নিশাত চৌধুৰী দম্পতী



এসময়ত চৌধুৰী দম্পতী



সকলো নাগৰিকৰে সুখ-সমৃদ্ধি কামনা কৰা
গুৱাহাটী পৌৰ নিগমৰ মেয়ৰ বিনয় ভূষণ চৌধুৰী



এক সম্বৰ্ধনা অনুষ্ঠানত বিনয় ভূষণ চৌধুৰী



ৰাধাগোবিন্দ বৰুৱা মহাবিদ্যালয়ৰ পৰিচালনা সমিতিৰ প্ৰতিষ্ঠাপক সভাপতি বিনয় ভূষণ চৌধুৰী



অসম কলেজ অধ্যক্ষ পৰিষদৰ ২৪তম অধিবেশনৰ
আদৰণী ভাষণ দি থকাৰ মুহূৰ্ত্তত
আদৰণী সমিতিৰ সভাপতি বিনয় ভূষণ চৌধুৰী



জী জোঁৱাইক মাজত লৈ চৌধুৰী দম্পতী



ভাতৃসকলৰ লগত বিনয় ভূষণ চৌধুৰী



অতিথি আপ্যায়নৰ এটি মুহূৰ্ত্তত চৌধুৰী দম্পতী



অন্তিম শয়নত বিনয় ভূষণ চৌধুৰী



ৰাধাগোবিন্দ বৰুৱা মহাবিদ্যালয় প্ৰাঙ্গনত
প্ৰয়াত বিনয় ভূষণ চৌধুৰীলৈ শেষ শ্ৰদ্ধাঞ্জলি